রামানন্দ দ্বিজ ৰচিত

# মহামোহ কাব্য

শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা

সম্পাদিত



সাহিত্য প্ৰকাশ সমিতি, গুৱাহাটী।

১৯৫৪

RAMANANDA DVIJA'S

# MAHAMOHA KAVYA

A metrical rendering in Assamese of Krishna Mishra's *Prabodha Chandrodaya* by Ramananda Dvija. Edited with an Introduction, Glossary and Plate.

*By*

BIRINCHI KUMAR BARUA.

SAHITYA PRAKASH SAMITI, GAUHATI

1954

# সূচী

# প্ৰকাশকৰ কথা

কেইবাজনো সাহিত্যিক আৰু অধ্যাপকৰ সহায়ত সাহিত্য প্ৰকাশ সমিতি স্থাপন কৰা হৈছে। এই সমিতিৰ ঘাই উদ্দেশ্য হৈছে প্ৰাচীন অসমীয়া পুথিৰ প্ৰকাশ আৰু প্ৰচাৰ। ইতিমধ্যে সমিতিয়ে কেইবা-খনো পুৰণি পুথি প্ৰকাশ কৰিবলৈ হাতত লৈছে। তাৰে ভিতৰত শ্ৰীৰাম আতা আৰু শ্ৰীৰামানন্দৰ গীত আৰু হৰিবৰ বিপ্ৰৰ বভ্ৰুবাহনৰ যুদ্ধ অলপতে প্ৰকাশ পাব।

অসমীয়া সাহিত্যৰ এই প্ৰচাৰকাৰ্য্যত ৰাইজৰ পৰা সকলো প্ৰকাৰ উৎসাহ উদগনি ভিক্ষা কৰা হ'ল।

লয়াৰ্ছ বুক ষ্টল,
গুৱাহাটী
১৯৫৪

শ্ৰীবিচিত্ৰনাৰায়ণ দত্তবৰুৱা

# ভূমিকা

**পুথি-প্ৰসঙ্গ**—পণ্ডিত হেমচন্দ্ৰ গোস্বামীদেৱে Descriptive Catalogue of Assamese Manuscripts গ্ৰন্থত মহামোহ কাব্যৰ বিৱৰণ দিছে ( পৃঃ ১১৭-১৮ )। তেখেতৰ সম্পাদিত অসমীয়া সাহিত্যৰ চানেকি-ত এই পুথিৰ কিছু অংশ সন্নিবিষ্ট কৰা হৈছে ( খণ্ড ২, ভাগ ৩, পৃঃ ১০২৬-৩৮ )। গোস্বামীদেৱে মূল পুথিখনি বেঙেনাআটী সত্ৰৰ অধিকাৰ পূৰ্ণানন্দ গোস্বামীদেৱৰ পৰা সংগ্ৰহ কৰিছিল। কামৰূপ অনুসন্ধান সমিতিৰ পুথি-ভৰাঁলত মূল পুথিখনি আছে। বৰ্ত্তমান ছপা কৰি উলিওৱা কাব্যৰ পাঠ অনুসন্ধান সমিতিৰ সংৰক্ষিত পুথিৰ পৰা গ্ৰহণ কৰা হৈছে। পুথিখনি সাঁচি-পতীয়া আৰু ৯৯টা পাতত সমাপ্ত। কাব্যৰ শেহত গীত এটিও সংযুক্ত কৰা আছে। পুথিখনিৰ আকাৰ দীঘলে ৯১/২ ইঞ্চি আৰু পুতলে ২১/২ ইঞ্চি। পুথিৰ প্ৰতিটো পাতত পাঁচৰ পৰা সাত শাৰীলৈকে আছে। কামৰূপ অনুসন্ধান সমিতিৰ পুথি-ভৰাঁলত মহামোহ পটল নামৰ এই কাব্যৰ এটি সংক্ষিপ্ত সংস্কৰণৰো নকল আছে। মহামোহ পটল ২১২ পদত সমাপ্ত। এই প্ৰকাশিত কাব্যৰ লগত পটলৰ বিষয়-বস্তুৰ ভালেখিনি সাদৃশ্য আছে। কোনো কোনো ক্ষেত্ৰত দুই পুথিৰ পদৰো মিল পোৱা গৈছে। কাব্যৰ তম ব্ৰাহ্মণ প্ৰসঙ্গৰ লগত ( পৃঃ ৩৯-৪৭ ) পটলত থকা বৰ্ণনাৰ সাদৃশ্য দেখুৱাবলৈ তলৰ অংশটি উদ্ধৃত কৰা হল ঃ

**ঝুমুৰি**

| | |
|---|---|
| ৰাজ আজ্ঞা শিৰে লই। | ধীৰে ধীৰে চলি যায় ॥ |
| পত্ৰক শিৰত ধৰি। | মুখে নোবোলয় হৰি ॥ ২৪ |
| মোৰ ভৈল দশ নাম। | ৰাজাৰ সাধিবো কাম। |
| এহি বুলি পথে চলে। | ৰুদ্ৰাক্ষৰ মালা গলে ॥ ২৫ |

এহি মতে ৰঙ্গ মনে। হাসে অতি ঘনে ঘনে।
চুটলিয়া পাচে চলে। কান্ধে লৰৰিয়া গলে॥ ২৬
ধপল দশন পান্তি। বিকৃত কৰয় কান্তি।
ককা ককা বুলি মাতি। ক্ৰোধে খঙ্গে দন্ত আটি॥ ২৭
ত্ৰয়ো ভৰি কাম্পে তৰি। যেহেন থাগৰি খৰি।
মুখত বচন নাই। কৰ্পূৰ তাম্বুল খায়॥ ২৮
মুখে বিষ পৰিশৰা। লাখুটিত ভিৰ দিয়া।
ধায়োঁ ভৰি আগ কৰি। মুখত কুবাক্য ৰড়ি॥ ২৯
মোৰ ভৈল দশ নাম। ৰাজাৰ কৰিবো কাম।
বহু ধন ৰত্ন বিত। মনে মনে গুণে চিত্ত॥ ৩০
গাৱে বস্ত্র যায় উৰি। পাইল বিবেক পুৰী।
ৰাজ আজ্ঞা শিৰে লই। দ্বাৰত বসিল গই॥ ৩১
কৈৰ গুৰু কৈয়ো কথা। দুৱৰী সুধিল কথা।
ৰাৰাণসী হন্তে গ্ৰাম। আসিয়াছো অনুপাম॥ ৩২
ৰাজ আজ্ঞা কৰি বীৰ। চলি যান্ত ধীৰে ধীৰ।
বাৰাণসী হন্তে তথা। দুৱৰী সুধিল কথা॥ ৩৩
কটকীৰ বাৰ্ত্তা পাই। দিষ্টি দ্বাৰে মিল যাই।
পাইলা বিবেকৰ ঠাই। আশীৰ্ব্বাদ কৈলা চাই॥ ৩৪
পত্ৰত বসিল ঠেসে। কহিলন্ত মহাবেশে।
মহামোহ নামে ৰাই। পঠাইছে তোমাৰ ঠাই॥ ৩৫
হয় হস্তী গজ বাজী। মোহোত বৰক সাজি।
জিনি আছো তিনি লোক জুহিবা যুদ্ধক দিউক॥ ৩৬
বিবেক ৰাজায়ে শুনি। খঙ্গে ৰাজা মনে গুণি।
তোৰ মহামোহ ৰাই। উকআইবে কাৰ ছাই॥ ৩৭
মহামোহ নটবৰ। কৰিবোহো তৰোতৰ।
পত্ৰক হাতৰ চিৰি। যেন মহামোহ তিৰী॥ ৩৮
শুনা সভাসদ নৰ। মহামোহ পটলৰ।
হৃদিপুৰে ঘোৰ যুদ্ধ। ডাকি বোলা সভাসদ॥ ৩৯

**কাব্য-প্ৰসঙ্গ**—অসমীয়া বৈষ্ণৱ ধৰ্ম্মৰ ইতিহাসত কেইবাজনো ৰামানন্দ দ্বিজৰ নাম পোৱা গৈছে। তাৰ ভিতৰত বংশীগোপাল দেৱৰ চৰিত-ৰচক ৰামানন্দ, আইঁতগুৰি সত্ৰৰ প্ৰতিষ্ঠাতা ভাটীৰ আতা শ্ৰীৰামৰ পুত্ৰ ৰামানন্দদেৱ[১] আৰু মহামোহ কাব্যৰ কবি দ্বিজ ৰামানন্দ নাম বিশেষভাৱে উল্লেখযোগ্য। দ্বিজ ৰামানন্দ সম্ভৱতঃ আউনিআটী সত্ৰাধিকাৰ দত্তদেৱৰ ( ১৮১৮-১৯০৪ ) সমসাময়িক আছিল। কিয়নো কাব্যৰ গুৰুবন্দনা প্ৰসঙ্গত অন্যান্য বৈষ্ণৱ-গুৰু সকলৰ লগতে কুশদেৱ আৰু পৰৱৰ্ত্তী অধিকাৰ দত্তদেৱৰ নাম স্মৰণ কৰা হৈছে ( পৃঃ ১১১ )। পুথিৰ শেহত কাব্য-সমাপ্তি সম্বন্ধে আছে—শাকে ৰস ঐশ্চয্য ( ঋতু ) সিন্ধু মহি, ৰাজচন। সেই অনুযায়ী পুথি ৰচনাৰ কাল ১৭৬৬ শঁক বা ইংৰাজী ১৮৪৪ খৃষ্টাব্দ। পণ্ডিত গোস্বামীদেৱে মহামোহ কাব্য ৰচনাৰ সময় ১৮৪৪ খৃষ্টাব্দ বুলি ধৰিছে। তেখেতে লিখিছে—"The copy looks considerably old and appears to have been written not later than 1766 Saka or 1844 A. D." ( পৃঃ ১১৭ )। কামৰূপ অনুসন্ধান সমিতিয়ে ৰামানন্দৰ ভক্তিসাৰ নামৰ অন্য এখনি পুথিও সংগ্ৰহ কৰিছিল। এই পুথিৰ নকল সমিতিৰ পুথি-ভঁৰালত বৰ্ত্তমান আছে। সেই নকলটিৰ মতে ভক্তিসাৰ পুথি ৰচনাৰ কাল ১৭৩১ শঁক। ভক্তিসাৰ পুথিৰ ৰচকেই যদি মহামোহ কাব্যৰ ৰামানন্দ হয়, তেনেহলে কবিৰ জন্ম ওঠৰ শতিকাৰ শেষভাগ বুলি ধৰিব পাৰি। কিন্তু বৰ্ত্তমান প্ৰকাশিত পুথিত ( পৃঃ ৫০ ) মহামোহ নাটক ৰচনা সম্বন্ধে যি খিনি পদ আছে তাৰ পৰা ৰামানন্দ নাটখনিৰ ৰচক বুলিও অনুমান হয়। সেয়ে হলে ৰামানন্দৰ কাল ভালেখিনি আগুৱাই যাব ( অন্ততঃ সোতৰ শতিকাৰ

১। আমাৰ সম্পাদিত শ্ৰীৰামআতা আৰু শ্ৰীৰামানন্দদেৱৰ গীত পুথিত এওঁৰ বিষয়ে আলোচনা আছে।

শেষ ভাগ)। অৱশ্যে এই বিষয়ে সুনিশ্চিত অভিমত ভৱিষ্যতলৈ থোৱাই ভাল।[২]

**মহামোহ কাব্যৰ মুল**—ৰামানন্দ দ্বিজৰ মহামোহ কাব্য অসমীয়া বৈষ্ণৱ সাহিত্যত এখনি ৰূপক কাব্য। অসমীয়া বৈষ্ণৱ সাহিত্যৰ যি সমূহ গ্ৰন্থ পোহৰলৈ আহিছে তাৰ ভিতৰত একেধাৰে ৰূপক স্বৰূপে ৰচিত কাব্য এইখনকে বুলি ধৰিব পাৰি। কাব্যখনি কবিৰ স্বকীয় কল্পনাপ্ৰসূত নহয়; সংস্কৃত নাটক এখনিৰ ভাব অনুবাদহে। সংস্কৃত সাহিত্যত ভালেমান ৰূপক কাব্য ৰচিত হৈছিল, তাৰ ভিতৰত মিথিলাৰ শ্ৰীকৃষ্ণমিশ্ৰৰ প্ৰবোধচন্দ্ৰোদয় (একাদশ শতিকা), যশপালৰ জৈনধৰ্ম্ম সম্বন্ধীয় মোহ-পৰাজয় (তেৰ শতিকা), গোকুলনাথ উপাধ্যায়ৰ অমৃতোদয়, বেঙ্কটনাথৰ সঙ্কল্প-সূৰ্য্যোদয়, অনন্ত নাৰায়ণৰ মায়াবিজয়, পদ্মসুন্দৰৰ জ্ঞানচন্দ্ৰোদয়, বাদিচন্দ্ৰৰ জ্ঞান সূৰ্য্যোদয়, কবি কৰ্ণপূৰৰ চৈতন্য-চন্দ্ৰোদয়, জাতদেৱৰ পূৰ্ণপুৰুষাৰ্থ চন্দ্ৰোদয়, সোতৰ-ওঠৰ শতিকাৰ ৰচিত শৈৱ নাটক বিদ্যাপৰিণয় (কবি আনন্দ ৰায়) আৰু জীৱানন্দন আদিয়ে প্ৰধান। ৰামানন্দ দ্বিজৰ কাব্য ঘাইকৈ শ্ৰীকৃষ্ণমিশ্ৰ ৰচিত প্ৰবোধচন্দ্ৰোদয়ৰ বিষয়-বস্তু অনুসৰণ কৰি ৰচনা কৰা হৈছে। কবিয়ে মুল সংস্কৃত নাটকত নিৰ্ভৰ কৰি এই কাব্য ৰচনা কৰিছে নে নাই—সি বিচাৰৰ বিষয়। মূল পুথিখনি বাৰাণসীৰ পৰা অহা বুলি কাব্যত উল্লেখ আছে (পৃঃ ৪২)। অসমীয়াত এই নাটৰ অনুবাদ হৈছিল আৰু আউনিআটী সত্ৰত নিৰঞ্জনদেৱ অধিকাৰৰ চেষ্টাত ইয়াৰ প্ৰথম অভিনয় হোৱাৰ কথাও কাব্যত উল্লেখ আছে (পৃঃ ৫০-৫১)। প্ৰবোধচন্দ্ৰোদয়ৰ এটি অসমীয়া নাট সংস্কৰণৰো সম্ভেদ পোৱা গৈছে। অসম গবৰ্ণমেণ্টৰ বুৰঞ্জী আৰু পুৰাতত্ত্ব বিভাগে আউনিআটী সত্ৰৰ শ্ৰীদণ্ডীৰাম চৌধুৰীৰ পৰা

২। মহামোহ নাট উদ্ধাৰ হলে এই বিষয়ে নতুন তথ্য জানিবপৰা হব বুলি আশা কৰা হৈছে।

মহামোহ নাটক পুথিখনি ঋণলৈ আনিছিল। ১৯৩৬ চনৰ মাৰ্চ্চ মাহত পুথিখনি পুনৰ শ্ৰীচৌধুৰীক ঘূৰাই দিয়া হয়। দুখৰ বিষয় বহু চেষ্টা কৰিও সেই পুথিৰ সন্ধেদ বৰ্ত্তমানে পোৱা নগল।

প্ৰবোধচন্দ্ৰোদয় নাটক এসময়ত ভাৰতৰ সৰ্ব্বত্ৰ বিশেষভাৱে সমাদৃত হোৱাৰ প্ৰমাণ আছে।[৩] পিচৰ যুগত প্ৰবোধচন্দ্ৰোদয় নাটকক অনুকৰণ কৰি সংস্কৃতত ভালেমান ৰূপক কাব্য ৰচিত হৈছিল। অসমতো এই নাটকৰ প্ৰচাৰ আৰু প্ৰভাৱ পৰিলক্ষিত হৈছে। মহাপুৰুষ শঙ্কৰদেৱে অধ্যয়ন কৰা শাস্ত্ৰসমূহৰ ভিতৰত প্ৰবোধচন্দ্ৰোদয়ৰ উল্লেখ মন কৰিবলগীয়া। ( কথা গুৰুচৰিত, পৃষ্ঠা ২৮ )। শঙ্কৰদেৱৰ ভক্তি-ৰত্নাকৰ গ্ৰন্থতো প্ৰবোধচন্দ্ৰোদয় নাটকৰ শ্লোক উদ্ধৃত কৰা হৈছে। অসমীয়াত ইয়াৰ নাটকীয় সংস্কৰণ আৰু একাধিক পদ পুথি ৰচিত হোৱা কথায়ো অসমত প্ৰবোধচন্দ্ৰোদয়ৰ জনপ্ৰিয়তাৰ পৰিচয় দিয়ে।

**প্ৰবোধচন্দ্ৰোদয় নাটকৰ বিষয়বস্তু**—প্ৰবোধচন্দ্ৰোদয় সংস্কৃত সাহিত্যৰ এখনি দাৰ্শনিক তত্ত্বপূৰ্ণ নাটক। নাটকখনি ছয় অঙ্কত সমাপ্ত। মানৱ-হৃদয়ৰ সু আৰু কু প্ৰবৃত্তিসমূহৰ এটা হুবহু চিত্ৰ ইয়াত দাঙি ধৰা হৈছে। আত্মা-অনাত্মা বিবেক-জ্ঞানৰ কেনেকৈ হৃদয়ত উদয় হয় আৰু সেই নবোদিত জ্ঞানৰ সহায়ত কেনেকৈ মুক্তি লাভ কৰিব পাৰি, সেই কথা প্ৰবোধচন্দ্ৰোদয় নাটকত দৰ্শোৱা হৈছে। লগতে সমসাময়িক ধৰ্ম্মমত সমূহৰ বিচাৰ বিশ্লেষণো আছে।

বিবেক এই নাটকৰ প্ৰধান নায়ক ; উপনিষদ আৰু মতি বিবেকৰ দুই ধৰ্ম্মপত্নী। মহামোহ প্ৰতিনায়ক। পৰব্ৰহ্ম পৰমাত্মা স্বভাৱতে উদাসীন আৰু অসঙ্গ ; কিন্তু কাল-কৰ্ম্ম বিপাক অনুসাৰে মায়াৰ

৩। *Prabodha Chandrodaya* or *Rise of the Moon of Intellect*, a spiritual drama and *Atmabodha* or the knowledge of self. Translated from the Sanskrit and Prakrit by J. Taylor, Bombay, 1916, Introduction, p. 4.

লগত তেওঁৰ সম্বন্ধ ঘটে। এই সম্বন্ধত মনৰ উৎপত্তি হয়; সেই মনেই ত্ৰৈলোক্যৰ সৃষ্টি কৰে। মনৰ প্ৰবৃত্তি আৰু নিবৃত্তি নামৰ দুগৰাকী ধৰ্ম্মপত্নীৰ পৰা মহামোহপ্ৰধান আৰু বিৱেকপ্ৰধান নামৰ দুটি বংশৰ উৎপত্তি। এওঁলোকৰ ভিতৰত মহামোহ পিতৃৰ অধিক প্ৰিয়পাত্ৰ হয় আৰু পিতৃৰ সহায়ত তেওঁ বিশেষ খ্যাতি লাভ কৰে। এই হেতু বিৱেক আৰু মহামোহৰ মাজত বিদ্বেষ ভাৱ জন্মে। বিৱেক মহামোহক নিৰ্ম্মূল কৰিবলৈ যুদ্ধৰ কাৰণে সাজু হ'ল।

মহামোহৰ সহায়ক হ'ল মনৰ প্ৰবৃত্তি পক্ষৰ পুত্ৰ অহঙ্কাৰ, অহঙ্কাৰৰ পুত্ৰ লোভ, লোভৰ স্ত্ৰী তৃষ্ণা, লোভৰ পুত্ৰ দম্ভ, পৌত্ৰ অনৃত, ক্ৰোধ ( মনৰ প্ৰবৃত্তি-পক্ষৰ পুত্ৰ ) আৰু তেওঁৰ স্ত্ৰী হিংসা, কাম আৰু তেওঁৰ স্ত্ৰী ৰতি, বিভ্ৰমাৱতী আৰু মিথ্যাদৃষ্টি ( মহামোহৰ উপপত্নী ), তামসী শ্ৰদ্ধা, পাৰুষ্য, মান, মাৎসৰ্য্য, মনৰ কন্যা অসূয়া, পুত্ৰবধূ আশা, সঙ্কল্প, প্ৰবৃত্তি, দিগম্বৰ সিদ্ধান্ত, বুদ্ধাগম ভিক্ষু, কাপালিক ৰূপধাৰী সোমসিদ্ধান্ত, ৰাগ, দ্বেষ, মদ, অবিদ্যা, চাৰ্ব্বাক দৰ্শন, কলি, স্নেহ, মমতা, বাসনা, মধুমতী বিদ্যা আদি। বিৱেকৰ পক্ষত বিৱেকৰ দুই ধৰ্ম্মপত্নী মতি আৰু উপনিষদ, সাত্ত্বিকী শ্ৰদ্ধা আৰু তেওঁৰ কন্যা শান্তি, কৰুণা, মৈত্ৰী, বস্তু বিচাৰ, ভক্তি, ক্ষমা, সন্তোষ, যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধ্যান, ধাৰণা, সমাধি, তৰ্ক, গীতা, বিষ্ণুভক্তি, সৰস্বতী, বৈৰাগ্য, নিদিধ্যাসন ( বিষ্ণুভক্তিৰ আত্মীয় ), প্ৰবোধচন্দ্ৰ, বিদ্যা, নিবৃত্তি আদিয়ে যোগ দিলে।

বাৰাণসী নগৰ পৃথিবীৰ ভিতৰত পৰম মুক্তি-ক্ষেত্ৰ। অন্তিমত ভগৱান প্ৰাপ্তিৰ কাৰণে এই ক্ষেত্ৰত চাৰিও আশ্ৰমবাসী লোক সমবেত হয়। এই ক্ষেত্ৰ বিদ্যা আৰু প্ৰবোধৰো জন্মভূমি। মহামোহে এই বাৰাণসী নগৰত নিজ আধিপত্য স্থাপন কৰি বিৱেক আৰু তেওঁৰ সহায়বৃন্দক ধ্বংস কৰিবলৈ চেষ্টা কৰিলে। বিৱেকেও যুদ্ধৰ নিমিত্ত সাজু হৈ মহামোহৰ ওচৰলৈ নৈয়ায়িক দৰ্শনক দূতৰূপে পঠিয়ালে। দূতৰ মুখে তেওঁ নিৰ্দ্দেশ দিলে—মহামোহে যেন অতি শীঘ্ৰে

ভাগীৰথীৰ তীৰৰ বিষ্ণুধাম ত্যাগ কৰি ম্লেচ্ছ দেশলৈ গুচি যায়। বিৱেকৰ আদেশত ক্রুদ্ধ হৈ মহামোহে পাষণ্ড তর্ক-শাস্ত্রৰ সৈতে যুঁজ কৰিবলৈ পাষণ্ডাগমক পঠিয়ালে। ইতিমধ্যে সৰস্বতী দেৱীয়ে বেদ, উপবেদ, পুৰাণ, ধৰ্ম্মশাস্ত্র আৰু ইতিহাসক লৈ বিৱেকৰ সৈন্যবাহিনীৰ কাষ চাপিল। বিষ্ণু, সূর্য্য আৰু শিৱৰ উপাসকসকলো দেৱীৰ সহায় হ'ল। মীমাংসা, সাংখ্য, ন্যায়, বৈশেষিক, মহাভাষ্য আদি শাস্ত্র সমূহেও দেৱীক সহায় কৰিবলৈ আগ বাঢ়ি আহিল। বিৱেক আৰু মহামোহৰ সঙ্গীসকলৰ মাজত তুমুল সংগ্ৰাম লাগিল। সেই সংগ্ৰামত পাষণ্ডাগমে সৰ্ব্বপ্ৰথমে লোকায়িত তন্ত্ৰক লগত লৈ যুদ্ধলৈ আগ বাঢ়ি গৈ নিজে সমূলে ধ্বংস হ'ল। সদাগমে অন্যান্য পাষণ্ডা-গমক বিনাশ কৰিলে। সৌগত (বৌদ্ধ) মতাৱলম্বীসকল সিন্ধু, গান্ধাৰ, অন্ধ্ৰ, মগধ আদি দেশলৈ পলাই গ'ল। পাষণ্ড দিগম্বৰ, কাপালিক আদি মালৱ, পাঞ্চাল, আভীৰ দেশলৈ গ'ল। ন্যায় শাস্ত্ৰানুগত মীমাংসাৰ দ্বাৰা জৰ্জ্জৰিত হৈ নাস্তিক তৰ্কশাস্ত্ৰও দূৰ দেশলৈ পলাল। বস্তু বিচাৰৰ দ্বাৰা কাম ধ্বংস হ'ল; ক্ষমাৰ দ্বাৰা ক্ৰোধ, পাৰুষ্য আৰু হিংসা, সন্তোষৰ দ্বাৰা লোভ, তৃষ্ণা, দৈন্য ইত্যাদি; অনসূয়াৰ দ্বাৰা মাৎসৰ্য্য আৰু পৰগুণাধিক্যৰ দ্বাৰা মান নাশ হ'ল। মহামোহ জৰ্জ্জৰিত হলেও একেবাৰে ধ্বংস হোৱা নাছিল। নিজ পুত্ৰ-পৌত্ৰাদিৰ বিনাশত মনে অশেষ দুখ পাই চিতানলত প্ৰৱেশ কৰি মৃত্যুক বৰণ কৰিবলৈ সঙ্কল্প কৰিলে। এনে সময়তে মনক বৈৰাগ্য বিষয়ক উপদেশ দিবলৈ বিষ্ণু-ভক্তিয়ে সৰস্বতীক (বেদান্ত শাস্ত্ৰক) পঠিয়ালে। সৰস্বতীয়ে নানা ভাৱে সংসাৰৰ অনিত্যতা সম্বন্ধে জ্ঞান দি মনক বৈৰাগ্যধৰ্ম্মৰ শ্ৰেষ্ঠতা দৰ্শালে। সৰস্বতীৰ জ্ঞানগৰ্ভ উপদেশত মনৰ পৰিবৰ্ত্তন ঘটিল। বৈৰাগ্যই এই ক্ষণতে মনক আহি গ্ৰহণ কৰিলে। নিবৃত্তিক সহধৰ্ম্মচাৰিণী কৰি যম, নিয়মৰ আচৰণত মন ব্ৰতী হ'ল।

পৰাজিত হৈও মহামোহে কিন্তু বিৱেকক দ্বেষ কৰিবলৈ নেৰিলে।

পুনৰ তেওঁ বিৱেকৰ বিৰুদ্ধে যুদ্ধ কৰিবলৈ সাজু হৈ মধুমতী নামে ৰমণীয় ৰূপৰ ঐন্দ্ৰজালিক বিদ্যাক বিৱেকক মুহিবলৈ পঠিয়ালে। মধুমতীয়ে ঐন্দ্ৰজালিক বিদ্যাৰে বিৱেকৰ মন মুহিবলৈ ষড়যন্ত্ৰ কৰিলে। মধুমতীৰ এই কাৰ্য্যক মায়াই প্ৰশংসা কৰিলে, মনে অনুমোদন জনালে, সঙ্কল্পই উৎসাহ দিলে। কিন্তু এওঁলোক কোনে ও বিৱেকৰ মন টলাব নোৱাৰিলে; বিৱেক অচল-অটল হৈ ৰ'ল। মধুমতীয়ে লাজ পাই বিৱেকৰ কাষৰ পৰা আঁতৰি আহিল।

মহামোহৰ প্ৰভাৱত এতিয়ালৈকে নিজ পত্নী উপনিষদৰ পৰা বিৱেক আঁতৰি আছিল। নিৰাশ্ৰয়া উপনিষদে মঠ-মন্দিৰত, যজ্ঞ-বিদ্যাত (কৰ্ম্মকাণ্ডত), মীমাংসাত, তৰ্কবিদ্যাত আশ্ৰয় বিচাৰি হতাশ হৈ অৱশেষত বিষ্ণুৰ মন্দিৰত গীতাৰ লগত বাস কৰিছিল। গীতাত আশ্ৰয় পোৱা উপনিষদে সৎ-চিৎ-আনন্দ-স্বৰূপ পৰমাৰ্থৰ বিষয়ে পুৰুষক জ্ঞান দিলে। পুৰুষে বিৱেকৰ সহায়ত প্ৰকৃত অৰ্থ উপলব্ধি কৰিলে। সেই সময়ত বিষ্ণুভক্তিয়ে নিদিধ্যাসনক বিৱেক আৰু উপনিষদৰ ওচৰলৈ গৈ তেওঁলোকক বিষ্ণুভক্তিৰ মহিমা বুজাবলৈ নিৰ্দ্দেশ দিলে আৰু তেওঁক পুৰুষৰ আশ্ৰয়ত থাকিবলৈ উপদেশ দিলে। নিদিধ্যাসনে উপনিষদৰ কাষ চাপি তেওঁৰ গৰ্ভত ধ্ৰুৱ সত্ত্বা বিদ্যা নামে কন্যা আৰু প্ৰবোধচন্দ্ৰ নামৰ পুত্ৰৰ জন্ম হব বুলি জনালে। সেই ধ্ৰুৱসত্ত্বা বিদ্যাই মনত আৰু প্ৰবোধচন্দ্ৰই পুৰুষত আশ্ৰয় কৰি থাকিব বুলি কলে। যথাসময়ত প্ৰবোধচন্দ্ৰৰ উদয় হ'ল আৰু তেওঁ পুৰুষত আশ্ৰয় ললে। তেতিয়া বিষ্ণুভক্তিয়ে পুৰুষক মোহ-অন্ধকাৰৰ পৰা মুক্ত হোৱা দেখি আনন্দ পালে। বিষ্ণুভক্তিয়ে পুৰুষক আশীৰ্ব্বাদ দিলে. ইয়াৰ পিচতে নাটকৰ ঘটনাৰ অন্ত পৰিল।

**মহামোহ কাব্যৰ বিষয়-বস্তু**—মহামোহ কাব্যত নায়ক-নায়িকাৰ সংখ্যা মূল নাটকতকৈ ভালেখিনি কম। বিষয়বস্তুৰ পৰিধিও চুটি কৰা হৈছে। ৰামানন্দৰ কাব্যত বিৱেকেই হৈছে প্ৰধান নায়ক। হৃদয়পুৰৰ বিৱেক নগৰত এওঁৰ বাস। এই নগৰৰ অন্য নাম সৎসঙ্গ।

মহামোহ কাব্যৰ প্ৰতিনায়ক। বাৰাণসী ক্ষেত্ৰ এওঁৰ ৰাজ্য আৰু দুসঙ্গ ইয়াৰ প্ৰধান নগৰ। মহামোহে সৎসঙ্গ নগৰৰ মহিমা আৰু বিৱেকৰ গুণ-গৰিমা সহ্য কৰিব নোৱাৰি সেই নগৰ আক্ৰমণ কৰিবলৈ স্থিৰ কৰিলে। মহামোহক সহায় কৰিবলৈ ওলোৱা পাত্ৰ-মন্ত্ৰী সকলৰ ভিতৰত কাম, ক্ৰোধ, লোভ, মোহ, মায়া, মতি, ভৈৰৱী কন্যা, নন্দি, ভৃঙ্গি, অশৌচ, অবিচাৰ, অমিত্ৰ, অথিৰ, নিকৰুণ, কুবুদ্ধি, কুকথা, হিংসা, মদ, মাৎসৰ্য্য, অপ্ৰীতি, অস্নেহ, অসত্য, অশুদ্ধ, কুৰস, দুখ, বিষম, অসন্তোষ, অযুগুতি, কুযশ, অকৰণী, আলস্য, নিদ্ৰা, কুবৃত্তি, দুসঙ্গ, অসত্য, দুৰাচাৰ, অশ্ৰদ্ধা, অনম্ৰ, ভয়, অনীতি, অধৰ্ম্ম, অমঙ্গল, পাপ, কুমাৰ্গ আদিয়ে প্ৰধান। বিৱেকক সহায়কাৰীসকলৰ ভিতৰত হ'ল—ধৈৰ্য্য, ক্ষমা, দয়া আৰু তুষ্টি ( চাৰি জন মন্ত্ৰী ), ৰাণী নম্ৰাবতী, প্ৰেম, ভক্তি, আক্ৰোধি, কাৰুণি, মৈত্ৰী, শ্ৰদ্ধা, কৰুণা, সুবুদ্ধি, সুথিৰ, সুকথা, অহিংসা, প্ৰীতি, স্নেহ, সত্য শৌচ, শুদ্ধ, সত্ত্ব, সুৰস, সুখ, সন্তোষ, সুযশ, সম, যুগুতি, বিচাৰ, উদ্যোগ, জাগৰণ, সুবৃত্তি, নিগুণ, নম্ৰ, নিৰ্ভয়, নীতি, ধৰ্ম্ম, পুণ্য, পুৰুষাৰ্থ, শুদ্ধমাৰ্গ, আনন্দ, কৃপা, কৰণী, ধৰণী, নিবৃত্তি, ভক্তিমাৰ্গ আদি।

মহামোহে সৎসঙ্গ নগৰ আক্ৰমণ কৰিবলৈ প্ৰথমে মায়াক পঠালে। মায়াই বিশ্ববিমোহিনী ৰূপ ধৰি বিৱেকনগৰত প্ৰবেশ কৰি ভাৰ্য্যা, ধন, সুখ-সম্ভোগ আদিৰ সৃষ্টি কৰিলে। কিন্তু বিৱেকপুৰৰ কোনো লোকে মায়াৰ এই প্ৰভাৱৰ প্ৰতি কটাক্ষপাত নকৰিলে। মায়া অকৃতকাৰ্য্য হৈ উভতি গ'ল। তেতিয়া মায়াৰ চাৰি পুত্ৰ—কাম, ক্ৰোধ, লোভ, আৰু মোহে সৎসঙ্গ নগৰ ধ্বংস কৰিবলৈ প্ৰতিজ্ঞা কৰিলে।

সৎসঙ্গ নগৰ আক্ৰমণ কৰাৰ পূৰ্ব্বে মহামোহে নিজ গুৰু পুৰোহিত তম ব্ৰাহ্মণক পত্ৰ-সন্দেশ দি বিৱেক ৰজাৰ ওচৰলৈ পঠালে। তম ব্ৰাহ্মণে বিৱেকক মহামোহৰ ওচৰত আত্ম সমৰ্পণ কৰিবলৈ উপদেশ দিলে। মহামোহৰ পত্ৰ পঢ়ি আৰু তম ব্ৰাহ্মণৰ উপদেশ শুনি বিৱেকৰ খং উঠিল; তেওঁ নিজ সৈন্যসকলক দুসঙ্গ নগৰ আক্ৰমণ

কৰিবলৈ আদেশ দিলে। দুয়ো দলৰ ভিতৰত যুদ্ধ হল। সেই যুদ্ধত মহামোহ আৰু তেওঁৰ সহায়ক সকলৰ পৰাজয় ঘটিল। এই পৰাজয়ৰ পিছতো মহামোহে পুনৰ ভৈৰবী কন্যাক পঠাই বিৱেকক বশীভূত কৰিবলৈ যত্ন কৰিলে; কিন্তু তাতো অকৃতকাৰ্য্য হৈ শেষত বিৱেকৰ চৰণত শৰণ লবলৈ বাধ্য হল। বিৱেকে মহামোহক ভক্তি ধৰ্ম্মৰ বিষয়ে উপদেশ দিলে। এয়ে কাব্যৰ থুলমূল বিষয়বস্তু।

**প্ৰবোধচন্দ্ৰোদয়ৰ উদ্দেশ্য**—অদ্বৈত বেদান্ত মতেও পৰম তত্ত্ব লাভ কৰিবলৈ বিষ্ণুভক্তিৰ যে একান্ত প্ৰয়োজন, প্ৰবোধচন্দ্ৰোদয় নাটকত তাকেই দৰ্শোৱা হৈছে। সাধকৰ সকলো অৱস্থাতে ভক্তিৰ একান্ত প্ৰয়োজন; ভক্তিয়ে জ্ঞানমাৰ্গত সাধকক দৃঢ় কৰি ৰাখে। বহুত্বৰ মাজত এক অদ্বিতীয়ত্বৰ জ্ঞান লাভ কৰাই ভাৰতীয় দৰ্শনৰ চৰম লক্ষ্য। অদ্বৈতৰ চৰম লক্ষ্যত উপনীত হবলৈ হলে ন্যায়, মীমাংসা আদি দৰ্শনক প্ৰাধান্য দিয়া উচিত নহয়। এই কথাৰ পৰা বাকীবোৰ দৰ্শনৰ আৱশ্যক নাই বুলি ভাবিব নালাগে। বিভিন্ন অৱস্থাত সকলো দৰ্শনৰে প্ৰয়োজন আছে। সেই কাৰণে বিৱেকে নিজেই মহামোহৰ ওচৰলৈ ন্যায়দৰ্শনক দূত স্বৰূপে পঠিয়াইছিল; মধুমতী বিদ্যাৰ জালৰ পৰা মুক্ত হবলৈ তৰ্কৰ প্ৰয়োজন হৈছিল। প্ৰবোধচন্দ্ৰোদয় নাটকত প্ৰকাশ পাইছে যে অদ্বৈত মতেও ভগৱান শ্ৰীকৃষ্ণক পূৰ্ণব্ৰহ্ম বুলি স্বীকাৰ কৰিছে। পূৰ্ণব্ৰহ্মৰ জ্ঞান লভিবলৈ হলে মানুহে সংসাৰ ত্যাগ কৰিব নালাগে; সংসাৰত থাকি আশ্ৰম ধৰ্ম্ম পালন কৰিও মানুহে নিজৰ পৰম উদ্দেশ্য সাধন কৰিব পাৰে। এই নাটকৰ মতেৰে কৰ্ম্ম, ভক্তি আৰু জ্ঞান এই তিনিটাৰ সামঞ্জস্য ৰাখিব পাৰিলেহে চৰম আধ্যাত্মিক লক্ষ্যৰ সাধন সম্ভৱ হয়। এই তিনিটাৰ সম্যক বিচাৰত ব্ৰহ্ম আৰু জীৱৰ অভেদ জ্ঞান, উপাস্য আৰু উপাসকৰ অভিন্ন মিলন উপলব্ধি কৰিব পাৰি।

পূৰ্ব্বেই উল্লেখ কৰা হৈছে যে এই নাটকত বৌদ্ধ, জৈন, চাৰ্ব্বাক, কাপালিক ধৰ্ম্মৰ ব্যাখ্যা আছে আৰু সেই ধৰ্ম্মমত সমূহক উপহাসো

কৰা হৈছে। সেই বিষয়ে বুজিবলৈ সহজ হব বুলি প্ৰবোধচন্দ্ৰোদয়ৰ⁴ তৃতীয় অঙ্কৰ পৰা অলপ সংক্ষিপ্ত অনুবাদ দিয়া হল :—

( দিগম্বৰ সিদ্ধান্তৰ প্ৰবেশ )

দিগম্বৰ সিদ্ধান্ত—অৰ্হত সকলক প্ৰণাম। নৱদ্বাৰ যুক্ত দেহ-গৃহৰ জলন্ত প্ৰদীপ জীৱাত্মাই পৰম সুখ মোক্ষ দান কৰে, এয়েই আমাৰ জিন-শ্ৰেষ্ঠৰ মত। ( পৰিক্ৰমণ আৰু আকাশলৈ চাই ) হে শ্ৰাৱক সকল শুনা, মলেৰে পৰিপূৰ্ণ এই দেহ কেনেকৈ শুচি হব পাৰে? কিন্তু আত্মা স্বভাৱতেই নিৰ্ম্মল। তোমালোকে দেহ শুদ্ধিৰ কাৰণে ঋষিসেৱাই উৎকৃষ্ট বুলি জানিবা; ঋষিক দূৰতে প্ৰণাম কৰিবা, ভোজন সামগ্ৰী আগবঢ়াই সৎকাৰ কৰিবা, তেওঁলোকৰ স্ত্ৰীসকলকো সন্মান কৰিবা; ঈৰ্ষা নকৰিবা।

* * * * *

( হাতত পুথিৰে সৈতে ভিক্ষুৰূপত বৌদ্ধাগমৰ প্ৰবেশ )

ভিক্ষু—( চিন্তাকৰি ) হে উপাসকসকল। এই সকলোবোৰ ক্ষণস্থায়ী আৰু নিৰাত্মক; বহিৰ্জগতৰ পদাৰ্থ মাত্ৰেই ক্ষণভঙ্গুৰ। সংসাৰৰ কাৰণ-ভূত বাসনাৰ নিবৃত্তিয়ে প্ৰকৃত জ্ঞান প্ৰকাশ কৰে। ( পুনৰ পৰিভ্ৰমণ ) অহো— সৌগতৰ এই ধৰ্ম্মই শ্ৰেষ্ঠ। এই ধৰ্ম্মত সুখ আৰু মোক্ষ দুয়ো আছে। এই ধৰ্ম্ম মতে সুন্দৰ গৃহত বাস, সুন্দৰ আসনত উপবেশন, নাৰীৰ সেৱা লাভ কৰিব পাৰি; খোৱা-বোৱাতো বাচবিচাৰ নাই। জোনাক নিশা যুৱতীৰ লগতো ৰতি-কৌতুক কৰাৰ সুবিধা আছে।

* * * * *

হে উপাসক আৰু ভিক্ষু সকল। ভগৱান সৌগতৰ বাক্যামৃত শ্ৰৱণ কৰা। ( পুথি পাঠ কৰি ) মই দিব্য চকুৰে লোকসকলৰ সুগতি আৰু দুৰ্গতি দেখিবলৈ পাইছোঁ। সৰ্ব্ব সংস্কাৰেই ক্ষণিক; আত্মাও স্থায়ী নহয়। গতিকে ভিক্ষু যদিও পৰদাৰাসক্ত হয় তথাপি তেওঁক ঈৰ্ষা নকৰিবা। ঈৰ্ষাই চিত্তৰ মল।

* * * * *

দিগম্বৰ—( ভিক্ষুকক দেখি উচ্চস্বৰে ) হে ভিক্ষুক! এই পিনে আহা; তোমাক এটা প্ৰশ্ন সোধো।

৪। শ্ৰীমৎকৃষ্ণমিশ্ৰযতি প্ৰণীতং প্ৰবোধচন্দ্ৰোদয়ম্, নিৰ্ণয়সাগৰ প্ৰেছ।

ভিক্ষু—( ক্ৰোধ কৰি ) হে পাপিষ্ঠ, পিশাচ, তই কি প্ৰলাপ বকিছ ?

দিগম্বৰ—থৎ নকৰিবিচোন, এটি শাস্ত্ৰীয় কথাহে সুধিম।

ভিক্ষু—ক্ষপণক ! তই আকৌ শাস্ত্ৰৰ কথা জান কি ! বাৰু, শুনোৱেইচোন ; ( ওচৰ চাপি ) কি সুধিব খুজিছ ?

দিগম্বৰ - ক' চোন তোৰ দৰে ক্ষণভঙ্গুৰ দেহৰ লোকক এই ব্ৰত ধাৰণ কৰিবলৈ নিৰ্দ্দেশ দিলে কোনে ?

ভিক্ষু—শুন ; যি আমাৰ মতত চলি বাসনা ত্যাগ কৰে সিয়েই মোক্ষ লাভৰ অধিকাৰী হয়।

দিগম্বৰ—হে মূৰ্খ, যদিও কচিৎ কোনোবা মন্বন্তৰত কোনো লোকৰ মুক্তি হয় তাত তোৰ লাভ কি ? তই তো অলপ দিনৰ ভিতৰতে মৰিবি। আৰু এটা প্ৰশ্ন সোধো—এই ধৰ্ম্মৰ উপদেশ তোক দিলে কোনে ?

ভিক্ষু—সৰ্ব্বজ্ঞ ভগৱান বুদ্ধই মোক এই ধৰ্ম্মৰ উপদেশ দিছে।

দিগম্বৰ—হেৰ ! বুদ্ধ যে সৰ্ব্বজ্ঞ সেই কথাৰ প্ৰমাণ পালি কত ?

ভিক্ষু—তেওঁৰ ধৰ্ম্ম গ্ৰন্থসমূহত।

দিগম্বৰ—হে মূৰ্খ, যদি নিজৰ কথাতেই সৰ্ব্বজ্ঞত্ব প্ৰতিপন্ন হয়—তেন্তে ময়ো কৈছোঁ যে মই সৰ্ব্বজ্ঞ। পুনৰ মই কলো যে তোৰ পিতা পিতামহ—সাত পুৰুষ মোৰ দাস হৈ আছিলি।

ভিক্ষু—( ক্ৰোধত ) হে পাপিষ্ঠ, পিশাচ, মলপঙ্কধৰ, কি কলি—মই—তোৰ দাস ?

দিগম্বৰ—হে দাসীবিহাৰী দুষ্ট ভিক্ষুক। এইটো এটা মাত্ৰ তোক দৃষ্টান্তহে দিছোঁ। এতিয়া তোৰ হিতৰ কথা কওঁ শুন—বৌদ্ধ ধৰ্ম্ম ত্যাগ কৰি অৰ্হতৰ মত গ্ৰহণ কৰি দিগম্বৰ ব্ৰত ধাৰণ কৰ।

ভিক্ষু—হে পাপিষ্ঠ ! তইতো নিজে অধঃপতনে গলি, এতিয়া আনকো বিনাশ কৰিবলৈ বিচাৰিছ।

* * * তদুপৰি অৰ্হত যে সৰ্ব্বজ্ঞ সেই কথাকে বা কোনে বিশ্বাস কৰিব ?

দিগম্বৰ—গ্ৰহনক্ষত্ৰৰ গতি আৰু চন্দ্ৰ সূৰ্য্য গ্ৰহণৰ গণনাৰ পৰাই অৰ্হতৰ সৰ্ব্বজ্ঞত্ব জানিব পাৰি।

ভিক্ষু—অনাদি প্ৰবৃত্ত জ্যোতিষ শাস্ত্ৰৰ অধীন অতিন্দ্ৰীয় জ্ঞানৰ দ্বাৰা প্ৰতাৰিত হৈ তই এই পৰম কষ্টৰ ব্ৰত ধাৰণ কৰিছ।

সেই কাৰণেই কৈছোঁ যে অৰ্হতৰ মত ত্ৰিলোকবিৰুদ্ধ। সৌগতৰ দৰ্শনেই শ্ৰেষ্ঠ, সুখাবহ আৰু পৰম ৰমণীয়।

*  *  *  *  *

( কাপালিক ৰূপধাৰী সোমসিদ্ধান্তৰ প্ৰবেশ )

সোমসিদ্ধান্ত—( ইফালে সিফালে ভ্ৰমণ কৰি ) নৰ-অস্থি মালা মোৰ দেহৰ ভূষণ, শ্মশানৰ শৱৰ ছাই-ভস্ম মোৰ বাসস্থান, মানুহৰ মূৰৰ খোলাৰ পাত্ৰত মোৰ ভোজন। যোগৰ সহায়ত মই সম্যকভাৱে জগৎ দৰ্শন কৰোঁ; জগত আৰু ঈশ্বৰ মোৰ মনত অভিন্ন।

দিগম্বৰ—এইটোৱে দেখিছোঁ কাপালিক ব্ৰত গ্ৰহণ কৰিছে। বাৰু, ইয়াক প্ৰশ্ন সুধোচোন। ( ওচৰ চাপি ) হে নৰমুণ্ডধাৰী কাপালিক! তোৰ ধৰ্ম্ম কেনেকুৱা, তোৰ ধৰ্ম্মত মোক্ষৰে বা ৰূপ কি ?

কাপালিক—হেৰ দিগম্বৰ, আমাৰ ধৰ্ম্ম কেনেকুৱা শুন। আমি নৰদেহ মাংস অগ্নিত আহুতি দিওঁ। লঘোনে থাকি ব্ৰাহ্মণৰ মূৰৰ খোলাত সুৰাপান কৰোঁ। নৰকণ্ঠ ছেদ কৰি তাৰ শোণিতেৰে মহাভৈৰৱক অৰ্চ্চনা কৰোঁ।

ভিক্ষু—( কাণ ঢাকি ) বুদ্ধ! বুদ্ধ। তোমালোকৰ ধৰ্ম্ম অনুষ্ঠান অতি ভয়ানক।

দিগম্বৰ—অৰ্হত, অৰ্হত! কব নোৱাৰো কোন পাপিষ্ঠই এই বেচেৰাক প্ৰতাৰণা কৰিছে।

সোমসিদ্ধান্ত—( ক্ৰোধত ) হে পাপিষ্ঠ, পাষণ্ডাধম, মুণ্ডিত মুণ্ড, চণ্ডাল, প্ৰবঞ্চক! যি জন চতুৰ্দ্দশ ভুবনৰ সৃষ্টি-স্থিতি-প্ৰলয়কৰ্ত্তা, যাৰ মহিমা বেদ প্ৰসিদ্ধ, সেই ভগৱান ভবানীপতি মোৰ আৰাধ্য। মোৰ ধৰ্ম্মৰ মহিমা বৰ্ণনা কৰোঁ শুন! হৰি হৰ ব্ৰহ্মা সুৰশ্ৰেষ্ঠ সকলোকে মই অধীনত ৰাখোঁ, আকাশৰ গ্ৰহ নক্ষত্ৰৰ গতি ৰোধ কৰোঁ, গোটেই পৃথিৱী পানীৰে প্লাবিত কৰোঁ! আকৌ মুহূৰ্ত্ততে সেই পানী শুহি পেলাওঁ।

দিগম্বৰ—হে কাপালিক! সেই কাৰণেই কৈছোঁ যে কোনো যাদুকৰে ঐন্দ্ৰজালিক বিদ্যাৰে তোক বঞ্চনা কৰিছে।

সোমসিদ্ধান্ত—( ক্ৰোধত ) হে পাপিষ্ঠ, তই পুনৰ পৰমেশ্বৰক যাদুকৰ বুলি গালি পৰিছ? ( চিন্তাকৰি ) তোৰ অতপালি আৰু সহ্য কৰিব নোৱাৰি। ( খড়্গেৰে আক্ৰমণ ) তোৰ দেহৰ গ্ৰন্থীৰ পৰা ওলোৱা ৰক্তেৰে মই ভৰ্গদেবীক পূজা

কৰিম ; ডম্বৰুৰ ধ্বনিৰে ভূতসকলক নিমন্ত্ৰণ কৰি অৱশিষ্ট শোণিত প্ৰদান কৰিম।

দিগম্বৰ—( ভয়ত ) হে মহাভাগ ! অহিংসা পৰমো ধৰ্ম্মঃ।

( ভিক্ষুৰ কোলাত প্ৰবেশ )

ভিক্ষু—( কাপালিকক বাধা দি ) হে মহাভাগ ! ধেমালিত হে এই বাক-বিতণ্ডা হৈছে ; তাতে বেচেৰাৰ প্ৰাণ সংহাৰ কৰিবলৈ আগ বঢ়া তোমাৰ উচিত হোৱা নাই।

সোমসিদ্ধান্ত—( খড়্গা ওভোতাই স্থিৰ হয় )।

দিগম্বৰ—( আশ্বস্ত হৈ ) হে মহাত্মন। যদি আপুনি ক্ৰোধ সম্বৰণ কৰে তেন্তে পুনৰ এটি প্ৰশ্ন সুধিবলৈ ইচ্ছা কৰোঁ।

সোমসিদ্ধান্ত—সোধা।

দিগম্বৰ—আপোনাৰ পৰম ধৰ্ম্ম মতৰ কথা শুনিছোঁ ; এতিয়া কওক চোন, আপোনাৰ মতে মোক্ষৰ কি ৰূপ ?

* * * * *

সোমসিদ্ধান্ত—( স্বগত ) শ্ৰদ্ধা নোহাৱা হেতু ইহঁতৰ অন্তঃকৰণ বিক্ষিপ্ত হৈ আছে ; গতিকে এওঁলোকলৈ শ্ৰদ্ধাক অনাৰ প্ৰয়োজন। ( প্ৰকাশ কৰি ) হে শ্ৰদ্ধে ! এই পিনে আহা ( কাপালিনীৰ বেশ ধৰি শ্ৰদ্ধাৰ প্ৰৱেশ )।

শ্ৰদ্ধা—প্ৰভু ! আপোনাৰ কি আজ্ঞা ?

সোমসিদ্ধান্ত—প্ৰিয়ে এই ভিক্ষুকক গ্ৰহণ কৰা।

শ্ৰদ্ধা—( ভিক্ষুকক আলিঙ্গন )

ভিক্ষুক—( শ্ৰদ্ধাৰ আলিঙ্গনত ৰোমাঞ্চিত হৈ ) আহা হা, এই কাপালিনী কি সুখস্পৰ্শা !

* * * * *

আহা হা, এই কাপালিক দৰ্শন কি পুণ্যজনক ; ধন্য সোমসিদ্ধান্ত। আশ্চৰ্য্য এই ধৰ্ম্ম। হে সুবিখ্যাত কাপালিক, মই বৌদ্ধ ধৰ্ম্ম পৰিত্যাগ কৰি আপোনাৰ ধৰ্ম্ম গ্ৰহণ কৰিলোঁ। আপুনি মোৰ গুৰু ! মই আপোনাৰ শিষ্য হলো। মোক পাৰমেশ্বৰী দীক্ষাত দীক্ষিত কৰক।

দিগম্বৰ—হে ভিক্ষু, তই কাপালিনীৰ আলিঙ্গনত দূষিত হৈছ। আঁতৰ হ ! মোক স্পৰ্শ নকৰিবি।

ভিক্ষু—হাঁয় পাপ! কাপালিনীৰ আলিঙ্গন সুখৰ পৰা বঞ্চিত হৈ উৰ্বাত তই এই কথা কৈছ!

সোমসিদ্ধান্ত—প্ৰিয়ে এই দিগম্বৰক গ্ৰহণ কৰা।

শ্ৰদ্ধা—( দিগম্বৰক আলিঙ্গন )

দিগম্বৰ—( ৰোমাঞ্চিত হৈ ) অৰ্হত অৰ্হত; কাপালিনীৰ আলিঙ্গন কি সুখস্পৰ্শ। সুন্দৰী, মোক পুনৰ এবাৰ আলিঙ্গন দিয়া। ( স্বগত ) মোৰ যে ইন্দ্ৰিয় সমূহক অধীনত ৰখা অসম্ভৱ হ'ল! এতিয়া উপায়?

* * * * *

**মহামোহ কাব্যৰ উদ্দেশ্য**—প্ৰবোধচন্দ্ৰোদয় নাটকক অনুসৰণ কৰি ৰচিত হলেও মূল নাটকৰ উদ্দেশ্যৰ লগত অসমীয়া কাব্যখনিৰ উদ্দেশ্যৰ কিছু পাৰ্থক্য ঘটিছে। প্ৰবোধচন্দ্ৰোদয় নাটক ৰচিত হৈছিল—বৌদ্ধ আৰু জৈন মত আদি উচ্ছেদ কৰি কেৱল বেদান্ত মত প্ৰচাৰ কৰিবলৈ। সেই কাৰণে নাটক খনিত বিভিন্ন মতবাদ উল্লেখ কৰি সেইবোৰ সমালোচনা কৰা হৈছে। অসমীয়া কাব্যখনিত বিভিন্ন মতবাদৰ বিশ্লেষণ আৰু খণ্ডন নাই। ইয়াত কেৱল বৈষ্ণৱ ধৰ্ম্মৰ প্ৰাধান্যহে স্থাপন কৰিবলৈ চেষ্টা কৰা হৈছে। মূল নাটকত অদ্বৈত বেদান্ত মতে পৰম তত্ত্ব লাভ কৰিবলৈ বিষ্ণুভক্তিৰ যিদৰে প্ৰয়োজন দৰ্শাইছে, সেইদৰে মহামোহ কাব্যতো একেশ্বৰবাদ মত স্থাপন কৰি অনন্যা ভক্তিয়ে যে সেই পৰম তত্ত্ব লাভ কৰাৰ উপায় তাকেই বিশদ ভাৱে ব্যাখ্যা কৰিছে।

**কবিৰ ৰচনা-পদ্ধতি**—পূৰ্ব্বে উল্লেখ কৰা হৈছে যে প্ৰবোধ-চন্দ্ৰোদয় নাটকক অবলম্বন কৰি ৰচিত হলেও এই কাব্য সেই নাটকৰ হুবহু অনুবাদ নহয়। জনসাধাৰণৰ মনোৰঞ্জনৰ কাৰণে ৰচিত হোৱাৰ হেতু এই কাব্যত দাৰ্শনিক তত্ত্বতকৈ আখ্যান ভাগত অধিক প্ৰাধান্য দিয়া হৈছে। ঠায়ে ঠায়ে কবিয়ে মূলত নথকা কথা আৰু চৰিত্ৰও সংযোগ কৰিছে। কোনো কোনো চৰিত্ৰৰ ওপৰত অসমীয়া

জীৱনৰ সাঁচ পৰিছে। পূৰ্ব্ব বৈষ্ণৱ কবি সকলৰ কাব্যৰ প্ৰভাবো ঠায়ে ঠায়ে নপৰাকৈ থকা নাই। এই বিষয়ে মহামায়াৰ ৰূপ বৰ্ণনাৰ লগত মহাপুৰুষ শঙ্কৰদেৱৰ হৰমোহনৰ বৰ্ণনাৰ সাদৃশ্যলৈ আঙ্গুলিয়াব পাৰি।

বিষয়-বস্তুৰ বৰ্ণনা-প্ৰসঙ্গত কবিয়ে প্ৰাচীন পদ্ধতিকে অনুসৰণ কৰিছে। ভাৰতীয় দৰ্শন, উপনিষদ আৰু পুৰাণ আদি গ্ৰন্থত এজন বক্তা বা উত্তৰ দিওঁতা আৰু এজন শ্ৰোতা বা প্ৰশ্ন সোধোঁতা থাকে; আৰু সেই শাস্ত্ৰ সেই বিশেষ শ্ৰোতাজনৰ মুক্তিৰ নিমিত্তে ৰচিত হয়। গীতা শাস্ত্ৰ ৰচনায়ে এই ৰীতিৰ নিদৰ্শন। মহামোহ কাব্যত শুদ্ধ পুৰুষ বা পৰমাত্মা বক্তা আৰু জীৱ (জীৱাত্মা) শ্ৰোতা। পৰমাত্মা আৰু জীৱাত্মাৰ অভেদ জ্ঞান অথবা সাৰূপ্য প্ৰতিপাদন কৰায়ে হৈছে প্ৰয়োজন।

নাটকতকৈ কাব্যত ঘটনাৰ বহল বৰ্ণনা দিবলৈ সুবিধা। বিশেষতঃ সংস্কৃত নাট্যশাস্ত্ৰৰ অনুশাসন মতে নাটকত যুদ্ধাদিৰ অভিনয় নিষেধ। গতিকে প্ৰবোধচন্দ্ৰোদয়ত যুদ্ধৰ উল্লেখহে আছে; কিন্তু মহামোহ কাব্যত যুদ্ধৰ বৰ্ণনাই সৰহ ঠাই আগুৰি লৈছে।

সংস্কৃত আৰু প্ৰাকৃত ভাষাত অসমীয়া কবিৰ যথেষ্ট জ্ঞান আছিল। ৰামানন্দৰ অনুবাদৰ ক্ষমতাৰ বিষয়ে দুই চাৰিটা শ্লোকলৈ আঙ্গুলিয়া-লেই এই কথাৰ পৰিচয় পোৱা হব। বিবেকে ধৈৰ্য্যৰ ওচৰত কামৰ বীৰত্ব প্ৰশংসা প্ৰসঙ্গত আছে—

চৈধ্যয় ভুবনে যাক জিনিব নপাৰে।
মহাযোগী ঋষি মোহে কামৰ প্ৰহাৰে॥
তুহিতৃৰ হাতে ব্ৰহ্মাদেৱক ধৰাইলা।
ৰুদ্ৰক মোহিয়া কামে গাছে সাৰটাইলা॥
অহল্যাত পতিত কৰাইলা বাসৱক।
কাম-বাণে প্ৰহাৰে ফুটিলা সৌভৰিক॥

ৰূপ-ৰস-গন্ধ-স্পৰ্শ শবদে ভেদয় ।
দেৱাসুৰগণে যাৰ লেহাৰি নসয় ॥
হেনয় পৰম বীৰ বলিষ্ঠ কামক ।
কোনজনে সমুখ হৈবাহা সমৰক ॥

ইয়াৰ লগত মূলৰ তলৰ শ্লোকটো তুলনীয়—

অহল্যায়ৈ জাৰঃ সুৰপৰিবৃঢ়ভূদ্দাত্মতনয়াং
প্রজানাথোহযাসীদভজত গুৰোৰিন্দুৰবলাম্ ।
ইতি প্রায়ঃ কো বা ন পদমপথেহ কাৰ্য্যত ময়া
শ্রমো মদ্বাণানাং কইব ভুবনোন্মাথ বিধিষু ॥

( প্রথম অঙ্ক—১৪ শ্লোক )

মহামায়াৰ ওচৰত ক্রোধৰ উক্তি প্রসঙ্গত আছে—

জগতৰ জীৱক দেখাইবো অন্ধকাৰ ।
সংসাৰী কৰিয়া দিবো যাতনা নিকাৰ ॥
ধৰ্ম্মাধৰ্ম্ম বিচাৰ সমস্তে নকৰিবো ।
জগতকে ক্রোধ নাম চাণ্ডালে ধৰিবো ॥
ত্রৈলোক্য ভিতৰে মোক সম কেহো নাই ।

ইয়াৰ লগত মূলৰ তলৰ শ্লোকটো তুলনীয়—

অন্ধীকৰোমি ভুবনং বধিৰীকৰোমি
ধীৰং সচেতনমচেতনতাং নয়ামি
কৃত্যং ন পশ্যতি ন যেন হিতং শৃণোতি
ধীমানধীতমপি ন প্রতিসংদধাতি ॥

( দ্বিতীয় অঙ্ক—২৯ শ্লোক )

ক্রোধৰ পৰাজয়ত মহামোহৰ আক্ষেপ প্রসঙ্গত আছে—

যিটো ক্রোধ মহাবীৰ          সমৰত বলিয়ান
যাক সম নাহি ত্রৈলোক্যত ।

ব্রহ্মা রুদ্র দেৱতাক বাৰে বাৰে জিনি আছে
হেন বীৰ হাৰিল ৰণত ॥
আছে যত সদকৰ্ম্ম তীৰ্থ ব্ৰত তপ ধৰ্ম্ম
যাগ যজ্ঞ স্বধৰ্ম্ম সন্ন্যাস।
দেৱ পিতৃ যজ্ঞ দান কোনে ভঙ্গ কৰাইবেক
কাহাত কৰিবো মই সাস ॥

ইয়াৰ লগত নাটকত ক্ষমাই ৰজাৰ আগত কোৱা শ্লোকটো তুলনীয়—

তং পাপকাৰিণমকাৰণবাধিতাৰং
সাধ্যায়দেব-পিতৃ-যজ্ঞ-তপঃ ক্রিয়াণাম্।
ক্রোধং স্ফুলিঙ্গমিব দৃষ্টিভিৰুদ্বমন্তং
কাত্যায়নীব মহিষং বিনিপাতয়ামি ॥

( চতুৰ্থ অঙ্ক—১৭ শ্লোক )

**পাঠ-প্ৰসঙ্গ**—সম্পাদন কালত একাধিক পুথিৰ সহায় নোপোৱাত বৰ্ত্তমান প্ৰকাশিত পুথিৰ পাঠ-নিৰ্ণয়ত কিছু ত্ৰুটি বৈ যোৱা সম্ভৱ। মূল পুথিৰ পাঠত ঠায়ে ঠায়ে বিকৃত ৰূপ আছিল ; সেইবোৰ যথাসম্ভৱ শুধৰাই দিয়া হৈছে। পুৰণি শব্দৰ আখৰজোঁটনি মূলৰ দৰে ৰখা হৈছে ; কোনো কোনো ক্ষেত্ৰতহে অৰ্থ সুস্পষ্ট কৰিবলৈ বৰ্ণ-বিন্যাস পৰিবৰ্ত্তন কৰা হৈছে।

**কৃতজ্ঞতা জ্ঞাপন**—প্ৰাচীন অসমীয়া সাহিত্যৰ চৰ্চ্চা আৰু প্ৰাচীন অসমীয়া পুথি প্ৰকাশ কাৰ্য্যত গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভাইচ-চেন্সেলাৰ শ্ৰীযুত কৃষ্ণকান্ত সন্দিকৈ ডাঙৰীয়াৰ পৰা সততে উৎসাহ-উদগনি পোৱা হৈছে। সেই কাৰণে সৰ্ব্বপ্ৰথমে তেখেতৰ ওচৰত কৃতজ্ঞতা জ্ঞাপন কৰ্ত্তব্য।

অধ্যাপক শ্ৰীযুত উপেন্দ্ৰ চন্দ্ৰ লেখাৰু, অধ্যাপক শ্ৰীযুত মহেশ্বৰ নেওগ, অধ্যাপক শ্ৰীমান প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য, অধ্যাপক শ্ৰীমান

মহেশ্চন্দ্ৰ দেৱগোস্বামী আৰু অধ্যাপক শ্ৰীযুত সত্যেন্দ্ৰনাথ শৰ্ম্মাই পুথিৰ সম্পাদন কাৰ্য্যত নানাভাৱে সহায় কৰিছে। প্ৰবোধচন্দ্ৰোদয় নাটকৰ লগত তুলনামূলক আলোচনা প্ৰসঙ্গত শ্ৰীমান যোগেশ্বৰ শৰ্ম্মা এম-এৰ পৰা সহায় পোৱা হৈছে। এইখিনিতে এওঁলোক আটাইকেইজনৰে শলাগ লোৱা হ'ল।

কামৰূপ অনুসন্ধান সমিতিৰ সম্পাদক অধ্যাপক শ্ৰীযুত প্ৰেমধৰ চৌধুৰীদেৱৰ ওচৰত সম্পাদক বিশেষভাৱে ঋণী। তেখেতৰ সৌজন্যতে সমিতিৰ পুথি-ভৰালত থকা পুথিখনি সম্পাদন কৰিবলৈ সুযোগ ঘটিল। লগতে সমিতিৰ বিষয়-ববীয়া সকললৈও কৃতজ্ঞতা জনোৱা হ'ল।

গুৱাহাটী
১৯৫৪

শ্ৰীবিৰিঞ্চি কুমাৰ বৰুৱা

# মহামোহ কাব্য

**শ্ৰীকৃষ্ণায় নমো নমঃ**

বন্দনা

নমো ৰাধাপতি কৃষ্ণ গোলোক ঈশ্বৰ।
ব্ৰহ্মা বিষ্ণু ৰুদ্ৰ আদি যাহাৰ কিঙ্কৰ ॥
মৎস্য কূৰ্ম্ম ৰূপ ধৰি নানা অৱতাৰ।
আপোনাৰ নিজ যশ কৰিবে প্ৰচাৰ ॥
একাদশ ইন্দ্ৰিতত্ত্ব কৰি দেৱগণ।
সত্ত্ব ৰজ তম তিনি গুণৰ ভাজন ॥
ইসব সহিতে চল কাল ৰূপে আসি।
আপোনাতো কৰি যশ ৰসক প্ৰকাশি ॥
পঞ্চ তত্ত্ব দেহে পশি হুয়া অদৰ্শন।
বিশ্বতে ব্যাপক্ত ভাৱে আছা নাৰায়ণ ॥
স্থূল সূক্ষ্ম ৰূপে প্ৰজা পালন সংহাৰ।
উত্তম শ্লোক গুঁণ কোনে পাইবে পাৰ ॥
পুছিলন্ত জীৱে শুদ্ধ পুৰুষক পাই।
কহিয়ো সকল অৰ্থ আমাত বুঝাই ॥
যেন মতে তৰো ইটো দুৰ্ঘোৰ সংসাৰ।
কোন ভৈলা সৎসঙ্গ দুসঙ্গ নাম কাৰ ॥
কোনে কাক জিনি আছে কহিয়োক তাক।
কি মতে জিনিলা তয় আদি যে মায়াক ॥
শুদ্ধ নিগদতি জীৱ শুনিয়ো পূৰ্ব্বত।
ৰাম ৰাৱণৰ যুদ্ধ লঙ্কা নগৰত ॥

ধৰ্ম্ম সীতা হৰি নিয়া ৰাৱণ হাৰিল।
সেহিমতে হৃদিপুৰে সমৰ মিলিল॥
সৎসঙ্গ বলিষ্ট ৰাজা বিবেকে জিনিল।
দুসঙ্গৰ বল হীন নিমিত্তে হাৰিল॥
সৎসঙ্গত থাকি যিটো ধৰিলে নামক।
কি কৰিতে পাৰে তাক দুসঙ্গ কণ্টক॥
পৰম গহন কথা মহাজ্ঞানময়।
আকাশত বায়ু যেন ভিন্ন নুহিকয়॥
সুভাগ্য নিমিত্তেসে দেখিবাক পাই।
ইষ্ট গুৰু কৃপা কৰি দিলন্ত দেখাই॥
পৰম অজ্ঞানী লোক আছিলেক যত।
গৈল মল বিজ্ঞান প্ৰদীপ প্ৰসাদত॥
কিনো কৃপাময় তুমি পৰমাত্মা দেৱ।
তোমাৰ চৰণে নাথ পৰি কৰো সেৱ॥
বৈকুণ্ঠ তেজিয়া দিলা জীৱক অভয়।
জীৱনে মৰণে মোক তাৰিতে লাগয়॥
যতেক স্ৰজনা মানে বিনোদ তোমাৰ।
বহু বিধ লীলা তাতেঁ কৰা বাৰে বাৰ॥
আমাক কৃপায়ে কলি যুগে অৱতৰি।
ভৈলাহা বিদিত পৰিপূৰ্ণ ৰূপ ধৰি॥
নিজ যশ গুণ বিস্তাৰিলা আপোনাৰ।
যাৰ একে নামে তৰি দুৰ্ঘোৰ সংসাৰ॥
ইটো কলিযুগ মহাপাপৰ সাগৰ।
তথাপিতো ভাল মানো ভকত জনৰ॥
ই কথা ৰহোক পূৰ্ব্বে ধৰ্ম্ম যেন মত।
শ্ৰীনাৰায়ণে কৈলা ব্ৰহ্মাৰ আগত॥

ব্রহ্মায়ে লভিয়া জ্ঞান নাৰদক দিলা।
শুনি নাৰদেয়ো তাকে ব্যাসত কহিলা॥
ব্যাস হন্তে শুক সুত মুনি ধৰিলন্ত।
শৌনকৰ আগত আপুনি কহিলন্ত॥
শৌনকত হন্তে ধৰ্ম্ম শঙ্কৰে লভিলা।
দুসঙ্গ খণ্ডিয়া সুখ সৎসঙ্গ কহিলা॥
ধৰ্ম্মগুৰুসকলৰ বৃত্তান্ত
মাধৱ স্বৰূপে মথি ইহাৰ ৰসক।
কৰাইলা কৰিলা পান সুধা অমৃতক॥
নিগম বৃক্ষৰ ফল নভাগিল ডালে।
দুই সম্প্ৰদায়ে বৈ আছে ভালে ভালে॥
শ্ৰীমন্ত গোপালে ধৰ্ম্ম সেতু বান্ধিলন্ত।
লোকক কৃপায়ে সেহি পথ চলাইলন্ত॥
সেহি অনুক্ৰমে যদুমণি ধৰ্ম্ম ধৰি।
জনাইলা কৃষ্ণৰ ভক্তি পৰিপূৰ্ণ কৰি॥
শ্ৰীমন্ত শঙ্কৰ ৰূপে জগত তাৰিলা।
সেহি মূল ধাম মানি সমস্তে ধৰিলা॥
অনন্তৰে ৰামকৃষ্ণ ৰূপ দেখাইলন্ত।
পূৰ্ণভক্তি সৎসঙ্গ মহিমা কহিলন্ত॥
শ্ৰীদামোদৰ যে মাধৱ কৃপাময়।
ধৰ্ম্ম সেতু ৰাখি দিলা জীৱক অভয়॥
এহিমতে শিষ্যে গুৰুৰ মৰ্য্যাদা ৰাখন্ত।
আপুনি আপোন হুয়া আপুনি জানন্ত॥
গুৰু শিষ্য ধৰ্ম্ম সাৰ যিজনে জানন্ত।
যান্ত পৰে সংসাৰত নাহি ভাগ্যৱন্ত॥
ই কথা থাকোক আৰে শুনা আত পৰে।
হৃদিপুৰ বৰ্ণনা
হৃদিপুৰ নগৰৰ কথা নিৰন্তৰে॥

মূৰ্ত্তিশূন্য বুলি মোক নধৰিবা দোষ।
মনতে বিচাৰি চাই হুয়োক সন্তোষ॥
হৃদয় বৈকুণ্ঠপুৰী শূন্যতে থাপন।
কোটি সূৰ্য্য সম জ্যোতি দেখি বিতোপন॥
উচ্ছ্ৰিত মণ্ডপ দশোদিশে ৰত্নময়।
জলে ভৰি পূৰি আছে সৰোবৰচয়॥
পদ্ম বনে শুক্লবৰ্ণ ৰাজ হংসচয়।
চাৰিয়ো পাৰত মৰকতে বান্ধিচয়॥
সুগন্ধিত পুষ্পাত ভ্ৰমৰে কৰে ৰোল।
মধু পানে মত্ত হুয়া নচাৰয় কোল॥
হীৰা মৰকত আলি ফটিকে গন্থিত।
অমৃতৰ নদীচয় দেখি বিপৰীত॥
সাঞ্জি মাঞ্জি চৌপন্থা পদূলি ৰুচিকৰ।
ঘৃতে বাতি সৱ লগাই আছে নিৰন্তৰ॥
নগৰত নৃপতিৰ মন্দিৰ জ্বলয়।
সাত খান গড়ে বেঢ়ি চৌপাশে শোভয়॥
মহাভয়ে কালকলি ওচৰে নযাই।
যাহাৰ লোকৰ জৰা মৃত্যু ভয় নাই॥
বৈকুণ্ঠ সম্পত্তি দশোদিশে সুখময়।
চৌবিশাদি তত্ত্ব সবো আনন্দে সেৱয়॥
বিৱেক নগৰ নাম ব্ৰহ্মাণ্ডে প্ৰখ্যাত।
যেই মনে বাঞ্ছা কৰে সেই পাই তাত॥
দশোদিশে হৰিনাম কীৰ্ত্তন কৰয়।
থানে থানে তাৰ অৰ্থ শ্ৰৱণ কৰয়॥
বিৱেক নৃপতি — বিনোদৰ বিলাস বিনন্দি শুদ্ধমতি।
সেহি নগৰতে ভৈলা বিৱেক নৃপতি॥

পুত্ৰৱন্তে প্ৰজাক পালন্ত নৃপবৰ।
পিতৃ যেন সেৱা কৰে প্ৰজা নিৰন্তৰ ॥
স্বপ্নত নিচিন্তে মন্দ নৰনাৰী যত।
নিতে নিতে স্নেহ বাঢ়ে ৰাজাৰ মনত
ধৈৰ্য্য ক্ষমা দায়া তুষ্টি চাৰি বীৰবৰ।
সৰ্ব্বদায়ে নৃপতিৰ মন্ত্ৰী আজ্ঞাপৰ ॥
একতিলো নৃপতিৰো নছাৰন্ত পাশ।
সেৱা কৰি থাকয় ৰাজাৰ যেন দাস ॥
দেখি নৃপতিৰ আনন্দৰ সীমা নাই।
নিতে নৱ নৱ কৰি স্নেহ বাঢ়ি যাই ॥
এহিমতে অন্তৰ্য্যামী বিবেক নৃপতি।
সৰ্ব্ব পৰিপূৰ্ণ ৰূপ ঈশ্বৰ শকতি ॥
ৰত্নৰ কিৰীটি শিৰে কৰে জলমল।
আকুঞ্চিত কেশ কৰ্ণে মকৰ কুণ্ডল ॥
নয়ন কমল নীল নাসা তিল ফুল।
বদন পঙ্কজ দন্ত অধৰ ৰাতুল ॥
সুবলিত ভুজ দুই কঙ্কণে ভূষিত।
ৰত্নৰ আঙ্গুষ্ঠিচয় দশো আঙ্গুলিত ॥
বহল হৃদয়ে জ্বলে মুকুতাৰ হাৰ।
কণ্ঠিত মেখলা জিলিমিলি পেচন্দাৰ ॥
কনক কিঙ্কিণী তাতে ৰুণ ঝুন ঘোষ।
ৰুচিকৰ উৰু জঙ্ঘা দেখিতে সন্তোষ ॥
চৰণ পঙ্কজ দেখি আনন্দ মিলয়।
ৰত্নময় নপুৰ শোভিত অতিশয় ॥
কোমল পল্লৱ পদে জ্বলে পঞ্চ চিহ্ন।
ৰত্নৰ উজন্টি কেশৰেবে নুহি ভিন্ন ॥

শ্যাম শৰীৰ কান্তি দিশ প্ৰকাশয় ।
ৰূপে কোটি কন্দৰ্পৰ দৰ্পক হৰয় ॥
কোটি হিমৱন্ত যেন নিকম্প শৰীৰ ।
সমুদ্ৰ কোটিতো কৰি গহীন গম্ভীৰ ॥
ভকত কামোদ যিটো দেৱ ভগৱন্ত ।
যাহাৰ মহিমা ব্ৰহ্মা হৰে নজানন্ত ॥
তেহেন্তে আপুনি হুয়া বিৱেক মহন্ত ।
হৃদিপুৰ নগৰৰ লোকু নিস্তাৰন্ত ।
ৰাণী নম্ৰাৱতী — পুৰুষোত্তমৰ জীউ নম্ৰাৱতী সতী ।
বিহাইলা আনন্দে তাঙ্ক বিৱেক নৃপতি ॥
একতিলো নছাৰন্ত ৰাজাৰ সন্নিত ।
পৰম সুন্দৰী সৰ্ব্ব গুণে অনিন্দিত ॥
নৃপতিৰ প্ৰাণতো অধিক সমসৰ ॥
নৱ অলঙ্কাৰ পিন্ধি আছে নিৰন্তৰ ॥
তাহান তনয় ভৈলা প্ৰেম-ভক্তি নাম ।
অমৃত পুতলী ৰূপে গুণে অনুপাম ॥
ক্ষেণেকো নেৰন্ত ৰাজা স্নেহ সমুদাই ।
নিতে নৱ নৱ কৰি শ্ৰধা বাঢ়ি যাই ॥
এহিমতে বিৱেক নৃপতি মহাশয় ।
সম পদে পালে নগৰৰ প্ৰজাচয় ॥
ধৈৰ্য্য ক্ষমা দায়া তুষ্টি এই চাৰি বীৰ ।
ৰাত্ৰি দিনে আজ্ঞা পালি থাকে নৃপতিৰ ॥
সন্তোষ সৎসঙ্গ সম যুগুতি বিচাৰ ।
আক্ৰোধী কাৰুণী মন্ত্ৰী শুদ্ধ বুদ্ধি সাৰ ॥
সত্য শৌচ আদি আনো ভক্তগণ যত ।
বিৱেকৰ আজ্ঞা পালি থাকে নগৰত ॥

ৰাত্রি দিনে কৰে মাত্র হৰিত ভকতি ॥
দেখি আনন্দিত ভৈলা বিবেক নৃপতি ॥
পাত্র মন্ত্রী সমে হৰি ভকতি কৰিয়া ।
ৰহিলা বিবেক জ্ঞাতি সকল পালিয়া ॥
কৃষ্ণৰ চৰণে যাৰ ভকতি আছয় ।
দুসঙ্গৰ সৈন্যে তাক ছুইবে নপাৰয় ॥
শুনা সৰ্ব্বজন তোৰা সৱত বিনাঞোঁ ।
পৰম গহন কথা তত্ত্বক নপাঞোঁ ॥
হৃদয়ৰ আত্মা কৃষ্ণে দিলা যেন মতি ।
তাকেসে বুলিতে পাৰো ক্ষমিয়ো সম্প্রতি ॥
হেন প্ৰাণ বন্ধু কৃষ্ণ নজানো ভকতি ।
পাপ সাগৰত নিমজিল মোৰ মতি ॥
আপুনি কৰিয়ো পাৰ কৃপা দৰশাই ।
তোমাৰ চৰণ বিনে আন গতি নাই ॥
আয়ু আলেজালে গৈলা কালৰ বেগত ।
তথাপি নভৈল মোৰ চেতন গাৱত ॥
জানি দুখ সাগৰ তৰাইয়ো দিয়া নাম ।
তেবেসে তৰিবো ডাকি বোলা ৰাম ৰাম ॥

দুলড়ি ॥

অনন্তৰে জীৱে মনক সম্বধি
পুন কহিবাক লৈলা ।
হৃদিপুৰ মহা সৎসঙ্গ নগৰে
শুনা যেন কথা ভৈলা ॥

হৃদিপুৰৰ সৎসঙ্গ নগৰত যদুবৰ গুৰুৰ সেৱা

কোটি সূৰ্য্য সম প্ৰকাশ কৰিয়া
হৰি-মন্দিৰেক আছে।
যদু বৰ গুৰু সেৱা কৰিবাক
লৰিলা বিবেক পাছে ॥
হৰি গুণ গাই প্ৰজা চলি যাই
চাৰিয়ো পাশে আৱৰি।
উচ্চ কৰি ঘনে আনন্দিত মনে
সুমৰয় হৰি হৰি ॥
ধৈৰ্য্য ক্ষমা দায়া তুষ্টি সমে চাৰি
পাৰে যাই ধীৰে ধীৰ।
আন্দন উৎসৱ সবেয়ো কৰয়
সমৰতোমহা বীৰ ॥
জয় জয় হৰি নামক সুমৰি
প্ৰবেশিলা মহামতি।
যদুবৰ গুৰু আগত বুলিয়া
কৰিয়া পৰি প্ৰণতি ॥
সৎসঙ্গৰ গোষ্ঠী বিবেক কোলাত
দেখি মহা ৰঙ্গ ভৈলা।
ভকতি সাৰক জানি মহামতি
সবাকো আশ্বাস কৈলা ॥
আজ্ঞা পায়া পুনু বিবেক আসিলা
আনন্দে আকুল আতি।
হৃদিপুৰ মধ্যে নগৰ পাতিয়া
ৰহিলা সবাকো মাতি ॥

নৃপতিৰ জ্ঞাতি সকলক উপদেশ

এহিমতে পাছে বিবেক নৃপতি
জ্ঞাতি সকলক আনি।

সবাকো সম্মুখি বুলিবে লাগিলা
অমৃত মধুৰ বাণী ॥
শুনিয়োক জ্ঞাতি সবে নিৰন্তৰ
যিমতে কুশল হয় ।
দুসঙ্গ কণ্টকে নগৰ পশিবে
যেন মতে নপাৰয় ॥
কৰি মহা যত্ন হৰি-পদ-ৰত্ন
সেৱিবি সুদৃঢ় মতি ।
মনুষ্য লোকত সংসাৰ মধ্যত
হৰি বিনে নাহি গতি ॥
কৃষ্ণৰ সেৱাত মনক ৰাখিবা
মুখে হৰি নাম গাইবা ।
ভকতৰ সঙ্গে কৰিবা পীৰিতি
শ্ৰধা ভাব দৰশাইবা ॥
ভকতক সেৱা কৰিবা সদায়
জানি সাৰ মহাভাগ ।
বৈষ্ণৱৰ সঙ্গে থাকি মহা ৰঙ্গে
ভকতিক পাইবা লাগ ॥
আত পৰে জানা কলিৰ যুগত
আন মতে গতি নাই ।
যতুবৰ গুৰু কহিয়া আছন্ত
জানি হেলা নুযুৱাই ॥
শুনা ধৈৰ্য্য বীৰ তুমি হৈবা থিৰ
কামৰ শৰৰ ঘাৱে ।
মেৰু গিৰি যেন কিঞ্চিতো নটলে
অল্প বিচনীৰ বাৱে ॥

শুনা ক্ষমা বৰ নেৰিবাহা থৰ
ক্ৰোধৰ দাৰুণ শৰে।
কাটো বুলি যদি ক্ৰোধে খেদি আসে
ক্ষেমিবা তাক সত্বৰে॥
শুনিয়োক তুষ্টি অল্পতে সন্তোষ
হৈবা তুমি ভাল মতে।
লোভে লোভ দেখাই ৰাখিব জীৱক
জানিবা তাক জগতে॥
মোহে মোহ পাশ জড়িয়ে বান্ধিব
থাকিবা তাহাক চাই।
মোৰ প্ৰিয়া ভক্তি মাতৃকথা স্ৰবি
সংসাৰ বন্ধ এৰাই॥
শুনিয়ো সন্তোষ তেজি অসন্তোষ
অল্পতে মন ৰাখিয়ো।
শুনিয়োক সম সংগ্ৰাম বিষম
যুদ্ধত তুমি মাৰিয়ো॥
শুনিয়ো সৎসঙ্গ দুসঙ্গ বিনাশি
সন্তৰ সঙ্গ দিয়োক॥
শুনিয়ো বিচাৰ তেজি অবিচাৰ
সংসাৰীক তাৰিয়োক।
কাৰুণি শুনিয়ো করুণা কৰিয়ো
সকৰুণ জগতক।
মিত্ৰৱতী ভাৱ সবাতো কৰিয়ো
এৰিয়োক অমিত্ৰক॥
শুনিয়ো যুগুতি তেজি অযুগুতি
যুক্তিক কৰিয়ো চাই।

শুনিয়ো সুবুদ্ধি তেজিয়ো কুবুদ্ধি
তেবেসে ধৰ্ম্মক পাই ॥
শুনিয়ো সুথিৰ নুহিবা অথিৰ
সৰ্ব্ব কাৰ্য্যে হৈবা থিৰ।
সত্য অসত্যক বিচাৰাহা যেবে
তেবে জানো মহা বীৰ ॥
শৌচ তুমি শুনা কথা মনে গুণা
অশৌচত নাহি ভাল।
নীতিক বোলন্ত অনীতি তেজিয়ো
মোৰ বাক্য প্ৰতিপাল ॥
শুনা বোলো শুদ্ধ মোৰ হিত বোধ
অশুদ্ধ দূৰ কৰিয়ো।
হেৰা সুমঙ্গল তেজি অমঙ্গল
মোৰ বাক্যে মন দিয়ো ॥
সুখক বোলন্ত সংসাৰৰ দুখ
সবক কৰিয়ো দূৰ।
মনৰ চঞ্চল তেজি ভকতিত
কৰিয়োক মন পূৰ ॥
কৰণী ধৰণী দুয়ো জানা শুনা
অকৰণী ভাব তেজা।
শুনা পুৰুষাৰ্থ কৰি পৰমাৰ্থ
মোৰ আজ্ঞা লৈয়া ভজা ॥
শুনিয়ো সুবৃত্তি তেজিয়ো কুবৃত্তি
নিবৃত্তি পথ ধৰিয়ো।
অবা শুদ্ধ মাৰ্গ এৰিয়ো কুমাৰ্গ
ভকতি মাৰ্গে ভজিয়ো

আনন্দক মাতি বোলন্ত নৃপতি
ভকতি আনন্দ কৰা।
স্বৰূপ কাহিনী শুনা বোলো বাণী
যেন তুমি নপাসৰা॥
সুকথা কুকথা তেজি হৰি কথা
মুখত মাত্র নেৰিবা।
শুনিয়ো মোহন মোহোৰ বচন
সুদৃঢ় কৰি জানিবা॥
শুনিয়োক কৃপা জগত খানক
কৃপা গুণ দৰশায়ো।
দায়া মোৰ বাণী লৱা যদি জানি
সবাকে দায়া কৰিয়ো॥
শুনিয়োক লজ্জা মৌন হুয়া তুমি
নিলাজ ভাব এড়িবা।
নির্গতি যি সৱ আছে তাক এৰি
অৱশ্যে ধর্ম্মক পাইবা॥
এহিমতে আৰো বিস্তৰ কহিলা
যুগুতি তত্ত্ব বিচাৰ।
পদ বাহুল্যৰ ডৰে নকহিলো
ক্ষেমিয়ো দোষ আমাৰ॥
পাছে মহামতি বিৱেক নৃপতি
জ্ঞাতিক বুঝাইবে লৈলা।
ৰাজাৰ আজ্ঞাক পালি প্রজাগণে
সৎসঙ্গ নগৰে বৈলা॥
বিৱেক ৰাজাৰ ভক্তিৰ মহিমা
কহিবে কাৰ শকতি।



যশ বিস্তাৰিয়া সৎসঙ্গ নগৰে
থাকিলন্ত নৰপতি ॥

ছবি ॥

শুনিয়োক সৰ্ব্বজন বুঝিলা সৎসঙ্গ যেন
বিরেক পুৰৰ কথা যত ।
হৰিত বিমুখ যত আছে প্ৰাণী সংসাৰত
তাৰ দুখ কহিবোহো কত ॥
মনুষ্য যোনিৰ কৰ্ম্মে নিশেষ যোনিত ভ্ৰমি
গাছ-মাছ তনুক ধৰয় ।
অনেক কৰ্ম্মৰ ফলে কচ্চিত মনুষ্য তনু
পাইলো আসি কোনো ভাগ্যোদয় ॥
হৰিভক্তিৰ ফল ভগৱন্ত অনুগ্ৰহে যদিস্যাত কলি যুগে
ভাৰতবৰিষে অনুপাম ।
দেৱৰো বাঞ্ছনি তনু মহাগুৰু উপদেশি
আপোন কুশল হৰিনাম ॥
পৰম দুৰ্ল্লভ জানি যিজনে হৰিক ভজে
তাত পৰে সুখী আৰ নাই ।
জানি আপোনাৰ আত্মা আপুনি সেৱক হৈয়ো
আপুনি আপোনে সুখ পাই ॥
আপুনি আপোন পৰ ইটো ভেদ দূৰ কৰ
পৰ কৰি সংসাৰত নাই ।
তেবে বাণিজ্যক ভাল বাণিজ্য কৰিলা ভাই
ভাৰতবৰিষে জন্ম পাই ॥
নমো ৰাম দেৱ মোত পৰে নাহি কেৱ
জ্ঞানশূন্য মূৰ্খমতি নৰ ।

তযু গুণ মহিমাক ব্ৰহ্মা হবে নজানন্ত
আমি জানো কমন পামৰ ॥
বেদ শিৰোমন্ত্ৰ গাই তাক দেখি চিত্ত যাই
ভকতিৰ নজানো বিচাৰ।
পূৰ্ব্বাপৰ অনুসৰি কৃষ্ণক হৃদয়ে ধৰি
পাইলো যত কহিলোহো সাৰ ॥
বুদ্ধিৰ দোষত থাকি কতো আগ পাচ হয়
আলোচন্তে মোৰ শিশুমন।
কৰযোৰ কৰি মাঙ্গি সবাৰে পাৰত মাতো
ৰাম ৰাম বোলা সৰ্ব্বজন ॥

পদ ॥

শুদ্ধ নিগদতি শুনিয়োক আত পৰে।
যেন মতে মহামোহ নাম নৃপবৰে ॥
মহামোহ নৃপতিৰ বিবৰণ
বাৰাণসী ক্ষেত্ৰে ভৈলা নৃপতি প্ৰধান।
সমৰে প্ৰচণ্ড কোটি মহেন্দ্ৰ সমান ॥
হেন শুনি মনে পাচে পুছিলা দুনাই।
কহিয়ো সকলে তুমি মোহোত বুঝাই ॥
মহামোহ নৃপতিৰ কথা যত যত।
শুনিবাক ইচ্ছা মোৰ মিলিলা মনত ॥
নৃপতিত খাটি থাকে কোন পাত্ৰ গণ।
তাৰ সৈন্য সমস্তৰ কহিয়ো লক্ষণ ॥
কতবা জন্মৰ ভাগ্যে পাইলো সুধিবাক।
আবে কৃপাময় দায়া কৰিয়ো আমাক ॥
তোমাৰ মুখত কথা শুনু যত মানে।
নথণ্ডে তৃপিতি যেন অমৃতৰ পানে ॥

হেন জানি আছো মোক তাৰিবা আপুনি।
হৰিক স্মৰিয়া জীৱে মাতিলন্ত গুণী ॥
শুনিয়োক মন ভাই স্বৰূপ কাহিনী।
মহামোহ নামে ৰাজা ত্ৰৈলোক্যত জানি ॥
শঙ্কৰৰ অংশ ত্ৰৈলোক্যতে বীৰ সাৰ।
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰক দিলন্ত যিটো ধাৰ ॥
শঙ্কৰৰ বৰ পাই কাকো নগণয়।
বাৰাণসী ক্ষেত্ৰে থাকে নৃপতি অজয় ॥
মোহ মায়া নামে তাত ভৈলা অধিপতি।
জগতকে মায়াত ৰমাইলা নিয়া মতি ॥
তাহাতে ভৈৰবী কন্যা বেকত ভৈলন্ত।
কাল ক্ৰমে আনি তাইক বিহা কৰাইলন্ত ॥
নন্দী ভৃঙ্গী দুই ভাই দুই পুত্ৰ ভৈলা।
যাত হন্তে ভোগ্য ক্ষয় কৰিবাক লৈলা ॥
এহিমতে মহামোহ নৃপতি নিশ্বলে।
চৈধ্যয় ভুবন জিনিলেক বাহু বলে ॥
ধৰ্ম্ম অৰ্থ কাম মোক্ষ সাৰ জিনি লৈলা।
বেদ নীতি ধৰ্ম্মক তলত পাৰি থৈলা ॥
পাত্ৰ মন্ত্ৰী সমন্বিতে থাকে মহা ৰঙ্গে।
কৃষ্ণত বিমুখ কৰে জীৱক দুসঙ্গে ॥
লোভ মোহ কাম ক্ৰোধ চাৰি পাত্ৰ তাৰ।
কাহাকো কটাক্ষ নকৰয় দুৰাচাৰ ॥
আলস্য ঘুমটি ভয় শোক দুখ মন।
ক্ষুধা তৃষ্ণা জন্ম মৃত্যু কুবুদ্ধি কুমন ॥
হিংসা মদ মৎসৰ পৈশুন্য নিন্দাবাদ।
ঈৰিষা অসূয়া আদি যতেক প্ৰমাদ ॥

মহামোহ ৰজাৰ লোভ, মোহ, কাম ক্ৰোধ এই চাৰি পাত্ৰ

চক্ষু কর্ণ নাসা জিহ্বা ইন্দ্রিগণ যত।
গাৱে গাৱে কৰে ৰতি অধৰ্ম্ম পথত ॥
কাম নগৰৰ বৰ্ণনা
দুসঙ্গৰ সঙ্গী হুয়া ৰৈলা দেৱগণ।
ৰাত্রি দিনে ভাগ্যক সি কৰয় যতন ॥
গন্ধৰ্ব্বে গাৱয় বিদ্যাধৰে বাদ্য বাই।
অপেস্বৰাগণে নাচে ভাব দৰশাই ॥
যতেক ৰমণী আছে হাতে তাল ধৰি।
মনক মুহিয়া গীত গাৱে ৰঙ্গ কৰি ॥
তাক দেখি কামুকে কামুৰি কতো খাই।
কুকুৰে ভক্ষক যেন মানি থাকে চাই ॥
সেহি মতে মোহৰ নগৰে লোক যত।
সবাৰো বাঢ়িল মন অধৰ্ম্ম পথত ॥
থানে থানে ৰজ তম দেখি নিৰন্তৰ।
জলে ভৰি আছে তাত বহু সৰোবৰ ॥
শৰালী প্ৰভৃতি পক্ষী ৰক্ত পীত বৰ্ণ।
নানাবিধ পুষ্প আছে দেখিতে শোভন।
মদন কামৰ সিটো বিহাৰৰ বন।
লহু লহু বহে তাত মলয়া পৱন ॥
পুষ্পৰ সুৰভি গন্ধে আমোদ মনত।
গুঞ্জৰে ভ্ৰমৰে মধু পানে হুয়া মত্ত ॥
কতো কতো আগহুয়া ৰমণী আছয়।
ফল-ফুল ভৰে ডাল ভাগিয়া পৰয় ॥
মহামায়া পুৰী যেন ইন্দ্ৰৰ নগৰী।
তাত ৰতি-পতি থাকে নানা ক্ৰীড়া কৰি ॥
ক্ৰোধ নগৰৰ বৰ্ণনা
ক্ৰোধৰ নগৰ যেন শুনিয়োক তাক।
ধৰ-মাৰ কিলা-কিলি শুশুনয় হাক ॥

কৰে অহঙ্কাৰ দ্ৰোহ আচৰে লোকৰ।
গৰু ব্ৰাহ্মণক মাৰি ফুৰে নিৰন্তৰ॥
যজ্ঞক নিষেধি কৰে অধৰ্ম্মত ৰত।
সাধুক পীড়য় পিতৃ-মাতৃ কৰে হত॥
সকলে চণ্ডাল তাৰ সৈন্য যত মানে।
ক্ৰোধে সুৰাপানে বীৰে থাকে সেহি থানে॥

লোভ নগৰৰ বৰ্ণনা

লোভৰ নগৰ কথা শুনা আত পৰে।
খাঞো খাঞো বুলি ফুৰে লোক নিৰন্তৰে॥
যাহাৰ জিহ্বাৰ পানী পৰে সৰসৰি।
সকলে বস্তুক আনি ভুঞ্জে চুৰি কৰি॥
ঘৰে ঘৰে ফুৰে তাৰ মনে লোভ আছে।
তাপৰিবে নপাৰি ভুঞ্জয় গৈয়া পাছে॥
জিতেন্দ্ৰিয়ে লাজে লোভ সম্বৰ কৰয়।
লুভীয়া জনৰ লাজ ভয় নাহিকয়॥

মোহ নগৰৰ বৰ্ণনা

আত পৰে কহো শুনা মোহ নগৰত।
মোহ জৰী টানি টানি লগাৱে পাৱত॥
বিশ্বামিত্ৰ পৰাশৰ মুনিৰ মনক।
তেখনে মোহয় দেখি কামিনী জনক॥
সমস্তে লোকক মুহি আছে দুৰাচাৰ।
মোহৰ সমান বীৰ আছে কোন আৰ॥
ধন নাৰী আদি কৰি মোহৰ সঙ্গতি।
সেহি নগৰত থাকে মোহ মন্দমতি॥
এহিমতে চাৰি বীৰ চাৰি নগৰত।
পৰম আনন্দে থাকে দুসঙ্গ পুৰত॥
কিঞ্চিতেকো ধৈৰ্য্য ভাব নাহিকে মনৰ।
ব্ৰহ্মাণ্ডৰ দুখ লাগ লয়ে নিৰন্তৰ॥

সত্ত্ব ৰজ তম তিনি গুণৰ ভিতৰ।
সদায়ে চঞ্চল ভাৱ নুগুচে চিত্তৰ॥
যতেক অনৰ্থমানে সমস্তে কৰয়।
বিষয় বিষ্ঠাত যেন শূকৰে লুটয়॥
কামৰ বৃত্তিয়ে কতো কাম জুৰে ধৰে।
ক্ৰোধৰ বৃত্তিয়ে কতো কিলা-কিলি কৰে॥
লোভৰ বৃত্তিয়ে কতো ভুঞ্জিবে খোজয়।
মোহৰ বৃত্তিয়ে পাই এৰিয়া নেদয়॥
হিংসাৰ বৃত্তিয়ে কতো প্ৰাণী হিংসা কৰে।
এহিমতে দুসঙ্গ কটক নিৰন্তৰে॥
গায়ে গায়ে আপোন স্বভাৱে কৰে বল।
কোনে সীমা কৰি তাক কহিবে সকল॥
এহিমতে পাত্ৰ মন্ত্ৰী সমে নৃপবৰ।
আপোনাৰ বলে ৰাজ্য মাৰয় সকল॥
হয় হস্তী পদাতি সবাক লুড়ি আনি।
আপোনাৰ বশ্য কৰি লৈলা সবে প্ৰাণী॥
দশ দিগপালৰ বিভৱ যত আছে।
দেৱতাগণক বশ্য কৰিলন্ত পাছে॥

মহামোহ ৰজাই দেৱতাসকলক বশ্য কৰাৰ বৰ্ণনা

পূৰ্ব্বে যেন হিৰণ্যাক্ষ দৈত্য দুৰাশয়।
গাৱে গাৱে দেৱতাক কৃত্য কৰৱয়॥
এহিমতে মহামোহে সূৰ্য্যক অনাই।
চক্ষুত দিলন্ত স্থান কামিনী দেখাই॥
কৰ্ণে দিশ দেৱে আসি কুকথা শুনয়।
নাসিকাত অশ্বিনী কুমাৰে ঘ্ৰাণয়॥
জিহ্বাত বৰুণ দেৱে স্বাদক দিলেক।
বচনত বিষ বহ্নি বক্তাৰে অনেক॥

চৰ্ম্মে বায়ুদেৱে আসি মাৰ্জ্জন কৰয় ।
হস্তত থাকিয়া ইন্দ্রে কুকৰ্ম্ম কৰয় ॥
গুহ্য স্থানে যম ৰাজা লিঙ্গে প্রজাপতি ।
অহঙ্কাৰে আসি ৰুদ্র দেৱে কৰে গতি ॥
সমস্ত দেৱক আনিলেক বলে ধৰি ।
তোমাতে ৰহিল চন্দ্র জানা নিষ্ট কৰি ॥
বৌদ্ধ ৰূপে চিন্তে বাসুদেৱ বিদ্যমানে ।
ময়ো সংসাৰত পৰো তোহোৰ নিদানে ॥
আনিলেক দেৱতাগণক জিনি বলে ।
জিনি লৈলা মহামোহ নৃপতি নিষ্মলে ॥
ৰাৱণে দিলেক যেন সমস্তকে পীড়া ।
গন্ধৰ্ব্বৰ নাৰী আনি কৰিলেক ক্রীড়া ॥
ত্রৈলোক্যৰ ভোগ্য ভুঞ্জে ৰাৱণ প্রমত্ত ।
পাছে ৰামদেৱে তাক কৰিলেক হত ॥
মহামোহ পাপমতি পাপক আচৰি ।
বিৱেকৰ হাতত আপুনি যাইব মৰি ॥
কৈত শুনি আছা অধৰ্ম্মত আছে জয় ।
কালে কালে ভগৱন্তে বিনাশ কৰয় ॥
ধৰ্ম্মৰ বিনাশ নাই সকলে কালত ।
সমস্তে ধৰ্ম্মৰ বাসা হৰিৰ নামত ॥
কবিৰ প্রার্থনা হেন হৰিৰ নামত ৰহোক মোৰ মতি ।
এহি অনুগ্রহ কৰা বাপ যদুপতি ॥
তোমাৰ দাসৰো দাস কৰি নিয়া মোক ।
তেবেসে নিস্তৰো ইটো ঘোৰ পৰলোক ॥
তযু ভকতৰ পদ ৰেণু শিৰে ধৰি ।
বৌক এহিমানে কৃপা কৰা দেৱ হৰি ॥

নমো মোৰ নিজ গুৰুৰূপী কৃষ্ণদেৱ।
তযু নামে ৰতি হোক নবাঙ্গোহো কেৱ॥
নিৰন্তৰে ইন্দ্ৰিগণে এড়ি আন কাম।
জপোক সঘনে ডাকি বোলা ৰাম ৰাম ॥১১৮

ছবি॥

এহিমতে মহামোহে চৈধ্যয় ভুবন জিনি
জগতকে বৈশ্য কৰিলন্ত।
হৃদয়পুৰত মহা সৎসঙ্গ নগৰখন
আছে হেন কথা শুনিলন্ত॥
বুলিলন্ত বীৰগণ মোহোত নবৰি কোন
আছে ৰাজা পৃথিবী মণ্ডলে।
তাৰ কিনো ভৈলা গহ ভাঙ্গিবো সকলে মহ
আমি সমে গৈয়া সমদলে॥
হেন শুনি পাত্ৰগণে নৃপতিত বিনাৱন্ত
থাকা তুমি পৰম কল্যাণে।
চৈধ্যয় ভুবনে হেৰা তুমি কাক ডৰ কৰা
আমি সৱ আছো বিত্যমানে॥
তোমাৰ বীৰত্বচয় যিটো যিটো নজানয়
তাকে জান্নি দিবাক লাগই।
আছোক মনুষ্য দেৱ ইন্দ্ৰ চন্দ্ৰ আদি কৰি
ব্ৰহ্মা ৰুদ্ৰে তোমাক ডৰাই॥
হেন শুনি মহামোহে মায়াক মাতিয়া পাছে
বুলিলন্ত মধুৰ বচন।

হৃদিপুৰৰ সৎসঙ্গ নগৰ আক্ৰমণ কৰিবলৈ মহা-মায়াক মহামোহৰ দ্বাৰা নিৰ্দ্দেশ

হৃদিপুৰ নগৰত মায়াৰ জঞ্জাল পাতি
সৎসঙ্গ নগৰ কৰা ছন ॥
হেন শুনি মহামায়া ৰাজাক বোলন্ত চায়া
মঞি মায়া ত্ৰৈলোক্যতে সাৰ ।
ব্ৰহ্মা ৰুদ্ৰ ইন্দ্ৰ আদি সবাকো মুহিয়া আছো
মনুষ্যসকল কোন চাৰ ॥
মঞি কটাক্ষতে মুহি আছো সুৰাসুৰ যত
কোনে মোৰ আগে হৈব থিৰ ।
নকৰিবা মনে ভীত যাবো তোমাৰ হিত
থাকিয়ো কল্যাণে মহাবীৰ ॥
এহি বুলি মহামায়া ধৰি বেশ নিত্য কায়া
জলমল লোকক দেখাই ।
দেৱতাৰ অপ্ৰচাৰ ৰত্নময় অলঙ্কাৰ
তিৰি মিৰি চাহন নযাই ॥
শশী পূৰ্ণিমাৰ কান্তি মুখে অল্প অল্প হাসি
দন্ত মুকুতাৰ পান্তি নয় ।
মহামায়াৰ দিব্যৰূপ ধাৰণ
নেত্ৰৰ কটাক্ষে ঠেশ জগত মোহিনী বেশ
কৰ্ণ দুইত কুণ্ডল জলয় ॥
বান্ধি উচ্চ কৰি খোপা মালতী পুষ্পৰ থোপা
পাৰিজাত কৰিলেক নাশ ।
কপালে তিলক শোভে ৰত্ন গলপতা গলে
সাতসৰী ওপৰে প্ৰকাশ ॥
হৃদয় মধ্যত দুই কমল উদিত হুই
নবীন যৌৱন মনোহৰ ।
বুলন্তে বসন উদি কতো থাকে চক্ষু মুদি
লাস বেশে মোহে নিৰন্তৰ ॥

দিব্য নেত শাৰী গাৱে সংসাৰ মোহনী ভাৱে
আগ বাঢ়ি পাচ গুচি যান্ত।
ৰকমাৱে কাথ পিঠি কাহাকো সমুখ দৃষ্টি
দেখি যেন লোকে মোহ পান্ত॥
ৰত্নৰ মেখেলা আনি কটিত বান্ধিলা টানি
হালে মধ্যদেহ বতাসত।
ৰত্নৰ কঙ্কণ কৰে ৰুন ঝুন কৰি বাজে
পদ্ম গোট চন্দ্ৰৰে হাতত॥
দশো আঙ্গুলিত জাম্প সোণাৰ আঙ্গুষ্ঠিচয়
তাৰা যেন আকাশে প্ৰকাশ।
উচ্চ কুচ ভৰে যেন হাণ্টিবাক নপাৰয়
কতো কতো দেখাই লয়লাস॥
কটিত কিঙ্কিণী পান্তি ৰুনু ঝুনু কৰে আতি
ৰত্ন অলঙ্কাৰ জিকি পাৰে।
গাৱৰ সুৰভি ঘ্ৰাণে ভ্ৰমৰে নচাৰে লাগ
মধুলোভে পৰিয়া গুঞ্জৰে॥
ললিত বলিত ভৰি কমল পঙ্কজ সৰি
ৰত্নময় নূপুৰে প্ৰকাশে।
যেন আতি কাচি পাৰি দিব্য ৰূপে লক্ষ্মী মায়ে
স্বামীসেৱা কৰিবাক আশে॥
ত্ৰৈলোক্যত নাহি আৰ ধৰি ৰূপ চমৎকাৰ
মহামায়া জগত মোহনী।
জীৱক বাধয় ধৰি সমস্তৰে মন হৰি
ভকতিত পাতয় বিঘিনি॥

ঝুলড়ি ॥

অবিদ্যাৰ পঙ্ক পৰ্ব্বা আসিলন্ত
চপৰা আন্ধাৰ সাজি।
সংসাৰ নিকাৰ ভুঞ্জিবাক লাগি
জীৱ বৈলা ডোলে বাজি ॥

মহামায়াৰ বিভিন্ন কাৰ্য্য

মায়াৰ ৰচনা ভাৰ্য্যা ধন দুই
স্নেহত আকুল মতি।
সংযোগে সুখক বিয়োগে দুখক
মায়াৰ এহি শকতি ॥
পাপ পুণ্য দুই অধঃ উৰ্দ্ধ গতি
এহি ডোলে বন্দী কৈলা।
পুণ্য কৰি স্বৰ্গ সুখক লভয়
পাপ কৰি নৰ্কে গৈলা ॥
কতো মনোমোহ ধনতে কৰয়
কতো কামিনীক দেই।
কতো ঐশ্বৰ্য্যত মনক বান্ধয়
পাচে যাতনাক নেই ॥
এহি মতে মায়া পাতয় জঞ্জাল
বিবেকপুৰত যাই।
হাস লাস কৰি ভঙ্গি ভাৱ ধৰি
কতো থাকে মুখ চাই ॥
কাকো ধন জন ঐশ্বৰ্য্য দিয়য়
কাৰো ক্ষেণে কৰে নাশ।
বিয়োগৰে শোকে পুৰি মৰে লোকে
দেখি মায়া কৰে হাস ॥

আনো অসংখ্যাত পাতিলন্ত মায়া
সৎসঙ্গ নগৰে যাই।
বিবেকৰ সৈন্য নটলয় মন
কটাক্ষ কৰি নচাই ॥
যম যাতনাক নকৰন্ত ভয়
পুত্ৰ ভাৰ্য্যা শোক দূৰ।
শৰীৰ হৰাইলে মনে দুখ নাই
আনন্দ সুখ প্ৰচুৰ ॥
ভকতি খলিত কৰিবাক লাগি
আসিলা মায়া কিটাই।
ভক্তি পূৰ্ণ যাৰ তুচ্চ মায়া তাৰ
জানা কিছো ভয় নাই ॥
হৰিনাম ধৰ্ম্মে যাৰ মন বৈলা
ভকতি কৰিবে প্ৰতি।
তাহাৰ মনক টলাইবাক লাগি
আছয় কাৰ শকতি ॥
মায়াক চৰাই বৈকুণ্ঠক যাই
হৰি অংশ জীৱচয়।
কেহো জনে টৈৰ কৰিয়ো নচাইলা
দেখি মায়া ভৈলা ভয় ॥
বিবেকৰ লোক যতেক আছয়
মায়াৰ হাত সাৰিল।
সাৰি যাই দেখি মায়াৰ মনত
পৰম দুখ মিলিল ॥
লাজে অধোমুখ কৰি মহামায়া
সৎসঙ্গপুৰ চড়াইল।

কুসঙ্গ নগৰে প্ৰবেশিল পাছে
মনে মহা লাজ পাইল ॥
পাছে মহামোহে মায়াত পুছিলা
সাধিলা কাৰ্য্য আমাৰ।
বিবেকৰ মন্ মুহিয়া জীৱক
কিমান দিলা সংসাৰ ॥
তোমাৰ কটাক্ষ দৃষ্টিক দেখিয়া
কোন জন হৈব থিৰ।
ই তিনি ভুবনে তোমাক জিনন্তা
নাহি জানো একো বীৰ ॥
মোহৰ এতেক বচন শুনিয়া
লাজে ভৈলা অধোমুখ।
বিবেকপুৰৰ মহিমা শুনিয়া
নিবেদিলা যত দুখ ॥

ছবি ॥

বিবেকপুৰ নাশ কৰিব নোৱাৰাত মহামায়াৰ খেদ

হা হা মঞি মহামায়া জগতৰে ৰাজা ভৈলা
ব্ৰহ্মায়ে জানিলা মোৰ কাৰ্য্য।
মোহোৰ হাতৰ পৰা গৰ্ব্বে কৰি দূৰে গৈলা
হাসিতে হৰাই লইল সৱে ৰাজ ॥
যেতিখনে লোকে আসি হৰিত ভকত হয়
মোৰ লগ তেখনে এৰিল।
হা হা মোৰ ভাগ্যহীন ঐশ্বৰ্য্যে বিভূতি সমে
শ্ৰী যশ সমস্তে টুটিল ॥
মোৰ কাৰ্য্য অধিকাৰ কাহাক কৰিব গৈয়া
ধিক ধিক জীওঁ কেন কৰি।

সৰ্ব্বজ্ঞ জীৱৰ যিটো অধিকাৰী ভগৱন্ত
মঞি মায়া তাহানে কিঙ্কৰী ॥
যত ব্ৰহ্মা জীৱচয় তাহান্তে শৰণ পশি
আমাক কটাক্ষ নকৰয় ।
হৰি-পৰায়ণ হৈয়া মোৰ মাথে পাৱ দিয়া
মহাৰঙ্গে উৰ্দ্ধক চলয় ॥
এৱে মঞিমায়া দেখাই কাৰ উকৱাইবো ছাই
কোনে মোক কৰিব সৎকাৰ ।
কাৰ মন মুহি মঞি হৰিত বিমুখ কৰাওঁ
মোৰ গুণে ভুঞ্জাইবো নিকাৰ ॥
এহি আশা দূৰ গৈলা মৰ্দ্দনত লাজ পাইলা
কান্দি কান্দি মায়া মূৰ্চ্ছা গৈলা ।
শুনি মোহ নৃপতিৰ হিয়া যেন ভৈলা চিৰ
কিছু সুবুলিয়া মৌনে ৰৈলা ॥
সিবেলা সমাজে তৈত আছিল যতেক দুষ্ট
কাহাৰো মনত নাহি সুখ ।
বেঢ়িয়া বনত যেন অগ্নি লাগি গৈলা দেখি
সমস্তে পশুৰ মিলে দুখ ॥
মহা শোকে জ্বলে অগ্নি দুৰ্জ্জন লোকৰ তাৰ
ভৈলা মনে পৰম বিস্ময় ।
আমাৰ মাতৃক কোনে ত্ৰিদশে জিনিব পাৰে
দেখা কেনে ভৈলা বিপৰ্য্যয় ॥
এহিবুলি প্ৰজাচয় অন্যো অন্যে কথা কয়
নিশৱদ হুয়া চাহি আছে ।
দেখি কাম ক্ৰোধ লোভে মোহ চাৰি বীৰে উঠি
দৰ্প কৰি বুলিলন্ত পাছে ॥

কাম, ক্রোধ, লোভ, মোহৰ সৎসঙ্গ নগৰ ধ্বংস কৰিবলৈ উদ্যোগ

আমি বিদ্যমানে আই তোমাৰ এতেক দুঃখ
দেখি আমি কেনে প্ৰাণ ধৰো।
তেজিয়োক দুখ তাপ আজ্ঞা কৰা আমাসাক
সৎসঙ্গ নগৰখন মাৰো॥
হৰি অংশ নিগদতি শুনিয়োক সাধুমন
পূৰ্ব্বে যেন কংসৰ আগত।
দুষ্ট দৈত্য গণে উঠি দৰ্পে বাণী বুলিলন্ত
আজিও জানিবা সেহিমত॥
আয়ু শ্ৰী যশ ধৰ্ম্ম বিভৱ কল্যাণ আদি
বৈষ্ণৱ বিৰুধে নষ্ট যাই।
হেন জানি নৰ যত সন্ত সাধু বৈষ্ণৱত
কিঞ্চিতেকো দ্ৰোহ নুযুৱাই॥
সবাৰেসে আত্মা হৰি বাহিৰতো মূৰ্ত্তি ধৰি
আছা দেৱ ভকত বৎসল।
তাহান্তে নিশ্চয় ভৈলে কি কৰিবে পাৰে তাকে
কাম ক্ৰোধ দুসঙ্গৰ বলে॥
নমো নমো দেৱ হৰি তোমাৰ চৰণে ধৰি
হৰচন্দ্ৰ সম্বাদ বৰ্ণাওঁ।
মাতৃ বিন্ধ্যাবাসিনীয়ে যিসব বোলাৱে তাক
বিমৰিষি অৰ্থক বিনাওঁ॥
হে সমাজিক লোক নিন্দা নুবুলিবা মোক
তুমি সবো গুণৰ ভণ্ডাৰ।
বালকৰ বহু বিধ বচনত কোন জনে
দোষ গুণ কৰয় বিচাৰ॥
দাস হেন বুলি মোক সৰ্ব্বদায়ে ৰাখিয়োক
কি মতে তৰিবো ধৰি নাম।

অন্নান্তৰ যত জন এক প্ৰাণ হুয়া মন
নিৰন্তৰে বোলা ৰাম ৰাম ॥

পদ ॥

কামৰ বচন
কামে উঠি বোলন্ত শুনিয়ো তুমি আই।
অকাৰণে চিন্তা কৰিবাক নুযুৱাই ॥
ত্ৰৈলোক্য অজয় মোৰ আছে পাঞ্চ বাণ।
যাহাৰ ভয়ত ত্ৰিভুবনে কম্পমান ॥
শঙ্কৰ ব্ৰহ্মাক জিনি আছো বাহুবলে।
কোনে মোক জিনে জানা ইটো ৰবিতলে ॥
নকৰিবা চিন্তা মাতৃ মঞি বিদ্যমানে।
পালটি বসিলা বীৰ হাতে পাঞ্চ বাণে ॥

ক্ৰোধৰ বচন
ক্ৰোধ বাৰে ক্ৰোধে উঠি বোলন্ত বচন।
শুনা মাৱ চিন্তাত নেদেখো প্ৰয়োজন ॥
মোহোৰ শৰৰ ঘায়ে হৃদয় বিদাৰে।
কৈতবা লুকাইব লোক দেখি অন্ধকাৰে ॥
হৰি ভকতিক যিটো নম্ৰভাৱে কৰে।
তাহাকে ৰাখিবো মই এহি অগ্নিশৰে ॥
জগতৰ জীৱক দেখাইবো অন্ধকাৰ।
সংসাৰী কৰিয়া দিবো যাতনা নিকাৰ ॥
ধৰ্ম্মাধৰ্ম্মে বিচাৰ সমস্তে নকৰিবো।
জগতকে ক্ৰোধ নামে চাণ্ডালে ধৰিবো ॥
ত্ৰৈলোক্য ভিতৰে মোক সম কেহো নাই।
এহি বুলি ক্ৰোধ ৰহিলন্ত সেহি ঠাই ॥

লোভৰ বচন
লোভে বোলে মাৱ ভয় চিন্তা নকৰাহা।
মঞি বিদ্যমানে তুমি কাহাক ডৰাহা ॥

যত যত ধন জন কনক কামিনী।
লোভ দেখাই ৰাখিবোহো পাতিয়া বিধিনি।
ব্ৰহ্মাণ্ডৰ ভিতৰে দেখিয়োক তুমি আই।
লুভীয়াত পৰে মনুষ্যৰ মন্দ নাই॥
যত পাৰো মানে তাক ভাল নকৰিবো।
ভকতি খলিত কৰি যাতনাক দিবো॥
সাধুৰ সঙ্গক যদি কোনো মতে যাই।
ধৰিয়া ৰাখিবো যেন ভকতি নপাই॥
মোক এৰি ভকতি কৰিব কাৰ গহ।
এহি বুলি লোভ ৰহিলন্ত কৰি মহ॥

মোহৰ বচন

মোহ বীৰে বোলে মাতৃ তেজিয়োক শোক।
চৈধ্যয় ভুবনে কোনে যিনি আছে মোক॥
ইন্দ্ৰকো জিনিয়া লৈলো অম্ৰাৱতী ৰাজ।
কোন চাৰ বীৰে জিনিবেক লাগে লাজ॥
তোমাক লগাইলে দুখ মোহোৰ আগত।
কি মতে সহিবো তাৰো এতেক মহত॥
জগতৰ লোকক বান্ধিবো মোহ জৰী।
সংসাৰী কৰিবো যেন নভজয় হৰি॥
তোমাৰ যতেক কাৰ্য্য সাধিবো নিশ্চয়।
হেন জানি মাৱ তুমি এৰিয়োক ভয়॥
এহি বুলি মহামোহে পালটি বসিলা।
দেখিয়া মায়াৰ মনে আনন্দ মিলিলা॥
পূৰ্ব্বে দৈত্যগণে যেন নানা দেশ পশি।
ধৰ্ম্মক হিংসিয়া মাৰে ব্ৰাহ্মণত পশি॥
সেহিমতে দুসঙ্গৰ সেনা নিৰন্তৰে।
ধৰ্ম্মক বিনাশি অধৰ্ম্মত ৰতি কৰে॥

আনো যত পুত্ৰগণ মায়াৰ আছয় ।
সৱে দুসঙ্গৰ গোষ্ঠী ধৰ্ম্মক হিংসয় ॥
হিংসা মদ মৎসৰ আলস্য নিদ্ৰা ভয় ।
দম্ভ দ্বেষ আদি প্ৰজ্ঞা আলোচ কৰয় ॥
ভকতৰ সঙ্গ নপাৱয় যেন মতে ।
কুটাৰ্থ হঠয় যেন বিনাশ সঙ্গতে ॥
যেন মতে হৰিক নভজে লোক যত ।
মায়াত মজিয়া যেন ৰহে সংসাৰত ॥
অনন্তৰে কাম শৰ প্ৰহাৰ কৰয় ।
কাম জ্বৰে ধৰি যেন অচেতন হয় ॥
কত ক্ৰোধে শৰ মাৰি কৰয় আন্ধাৰ ।
শৰীৰত লাগি তাৰ কৰাই অহঙ্কাৰ ॥
কাম, ক্ৰোধ, লোভ, মোহৰ আক্ৰমণ
কতো লোভে লোভ লগাৱয় শৰ হানি ।
সৰ সৰ কৰিয়া জিহ্বাৰ পৰে পানী ।
মোহ বীৰে মোহ লগাৱয় টানি আনি ।
মোহ জ্বৰী নিহল লগাৱে পাৱে টানি ॥
কতো কতো আলাস নিদ্ৰায়ে আসি ধৰে ।
কতো শোক দুখ লগাৱয় নিৰন্তৰে ॥
ভয়ত ভ্ৰময় কতো সন্তোষ নপাই ।
লাজ হুয়া মুখে মাত্ৰ নামক চেঙ্গাই ॥
ভুঞ্জাৱে যাতনা কতো নৰক কুণ্ডে ।
কাকে মাংস টানি খাৱে ধৰি বজ্ৰ তুণ্ডে ॥
তাম্ৰ থালি পাতি কতো তৈলত ভসাই ।
তাহাতে পেলায়া দূতে যাতনা ভুঞ্জাই ॥
এহিমতে দুসঙ্গৰ দুষ্ট সেনাচয় ।
হৰি ভজিবাক চান্তে বিঘ্নি আচৰয় ॥

হেন জানি সাধুৰ সঙ্গক কৰি সাৰ।
এহি সত্য সৰ্ব্বশ্ৰুতি বেদৰ বিচাৰ ॥
হৰি গুৰু চৰণে যতনে কৰা সাৰ।
অপ্ৰয়াসে তৰি যায়ো সংসাৰ নিকাৰ ॥
দেখিয়োক.মনে জীৱে হৰিক ভজায়।
অনেক বিঘিনি পাতি মায়ায়ে বাধয় ॥
হেন জানি মায়াৰ বন্ধন দূৰ কৰি।
বিচাৰৰ দ্বাৰে ভজিয়োক দেৱ হৰি ॥
আৰে কেন মতে ৰহো হৰিৰ সেৱাত।
পাৰি তৰিবাক কৰি ভকতি সাক্ষাত ॥
যেন মতে হৰচন্দ্ৰে হৰি নিচিনয়।
অবিদ্যা আন্ধাৰ দিয়া মায়া নিবাৰয় ॥
সি সব কাহিনী কহো শুনা স্বৰূপত।
জীৱৰ বচন যেন মনৰ আগত ॥
পাছে মহামোহ ৰাজা কুসঙ্গ পুৰত।
নগৰ পাতিয়া ভোগ্য কৰে যেন মত ॥
কৰ্ম্ম পাশে জীৱসকলক বান্ধি থৈলা।
কৰ্ম্মৰ অধীন লোক নিৰন্তৰে ভৈলা ॥
যম কাল মায়া মৃত্যু সাৰথি নগৰ।
বহুত নগৰ মাৰি ফুৰে নিৰন্তৰ।
পাত্ৰ মন্ত্ৰী সমন্বিতে মহামোহ ৰাজা।
এহিমতে প্ৰবৰ্ত্তি পালয় যত প্ৰজা ॥
চাৰি মহা মন্ত্ৰী চাৰি পাত্ৰক জিনিলা।
চাৰিখন নগৰত চাৰিয়ো ৰহিলা ॥
প্ৰথমতে কামে মন চন্দ্ৰক জিনিলা।
অহঙ্কাৰ সমে ক্ৰোধে আনন্দে থাকিলা ॥

কাম কৰ্ম্মে লোভৰ মিলিলা মহা ৰস।
মৃত্যু অৱস্থাত মোহে ৰটাৱে কুযশ ॥
এহিমতে চাৰিদিশে চাৰি মহা ৰথ।
চাৰিয়ো প্ৰৱৰ্ত্তি ৰহে অধৰ্ম্মৰ পথ ॥
পাচে মোহ ৰাজা পাত্ৰ সকলক লৈ।
আলোচ কৰিয়া যেন আজ্ঞা দিলা গৈ ॥

পাত্ৰ-মন্ত্ৰীসকলৰ প্ৰতি মহামোহ ৰজাৰ আদেশ

সবাকো আশ্বাস কৰি বোলন্ত বচন।
ভকতি নিষেধী কৰ ভোগ্যক যতন ॥
যাৰ যেন ভোগ্য দিয়ো আপুনি বিচাৰি।
দেখা কেন মতে জীৱগণ যাই সাৰি ॥
ইন্দ্ৰিয় সকলে নেৰিবাহা মোৰ বোল।
চক্ষু নেৰিবাহা ধন কামিনীৰ কোল ॥
স্ত্ৰীৰত্ন কামিনীক কৰিয়া দেখাইবা।
কৰ্ণ তুমি ৰাত্ৰি-দিনে কুকথা শুনাইবা ॥
নাসা তুমি সুগন্ধৰ কোল নেৰিয়োক।
পৰশৰ গুণে গাৱ মাৰ্জ্জন কৰোক ॥
শুনিয়োক জিহ্বা তুমি স্বাদক জানিয়ো।
বাক্য তুমি অগ্নিসম বচন বুলিয়ো ॥
হস্তে মন্দ কৰ্ম্মমানে কৰিয়ো যতন।
দুসঙ্গৰ ঠাইক পদে কৰিয়ো গমন ॥
গুহ্য লিঙ্গে কৰিয়ো আপোন যেন কাজ।
জিনিয়ো শত্ৰুক মোক নকৰিয়ো লাজ ॥
আনো সমস্তক গাৱে গাৱে নিয়োজিলা
পাছে মহামোহে কাম মিত্ৰক বুলিলা ॥

মহামোহ ৰজাৰ কামৰ প্ৰতি নিৰ্দ্দেশ

শুনিয়ো মোৰ মহা ইষ্ট মন্ত্ৰী বৰ।
তোমাৰ নিমিত্তে ৰাজ্য কৰো নিৰন্তৰ।

ত্রৈলোক্যত তোমাৰ সমান বীৰ নাই।
তুমিসে মোহোৰ জানো পৰম সহাই ॥
শুনিয়োক কাম ক্রোধ লোভ তিনি বীৰ।
সবে মিলি ৰাজ্যখান কৰিবোক থিৰ ॥
সৰ্ব্বকালে আমাৰ বংশৰ ভঙ্গ নাই।
ইবেলি হাৰিলে আমি সবে ৰঙ্গ পাই ॥
শুনি আছো বিবেক নৃপতি বীৰ সাৰ।
ধৈৰ্য্য ক্ষমা দায়া তুষ্টি চাৰি বীৰ যাৰ ॥
মৈত্রী কাৰুণি আদি আনো বীৰচয়।
সৎসঙ্গ নগৰে হৰি ভকতি ৰাখয় ॥
সঙ্কেত জানিয়া মোত কহি আছে মায়া।
মুহিবে মুৰাৰি আসিলন্ত লাজ পায়া ॥
যিটো মহামায়া মাতৃ বীৰ মধ্যে সাৰ।
তেহো হাৰিলত মোৰ অনেক ধিক্কাৰ।
হেন জানি বীৰগণ শুনা মোৰ বাক।
ভালমতে শিখাই গণি লৈবাহা সেনাক ॥
ৰাজাৰ বচন শুনি মহা মন্ত্রীবৰ।
বৰ্ণনা আগহুৱা কামে পাছে দিলন্ত উত্তৰ ॥
শুনিয়োক মহা ৰাজা বীৰয় আমাৰ।
কোন বস্তু বিবেকৰ ধৈৰ্য্য দুৰাচাৰ ॥
ধৈৰ্য্য ধৰি ভকতিয়া থাকিবেক চাই।
তেখনে ধৰিবো তাৰ হৃদয়ত পাই ॥
ভগিনী দুহিতৃ মাতৃ গৌৰৱ জনত।
বিস্মৰণ কৰাই তাৰ ধৰাইবো হাতত ॥
ক্রোধৰ বচন ক্রোধে বোলে মহাৰাজা তেজিয়োক দুখ।
যেতিক্ষণে হয়ে লোক হৰিত সমুখ ॥

তেতিক্ষণে হামো ক্ৰোধে চাণ্ডালে ধৰিবো ।
ধৰ্ম্মাধৰ্ম্ম বিচাৰণ কিছু নকৰিবো ॥
কুম্বভাৰ ধৰিয়া তোলাইবো অহঙ্কাৰ ।
মোৰ আগে মুগ্ধ ভাৱি কোন হৈব আৰ ॥

লোভৰ বচন

লোভে বোলে মহাৰাজা শুনা মোৰ বোল ।
ব্ৰহ্মাণ্ড ভিতৰে যত আছয় সকল ॥
তথাপি তোমাৰ মন পূৰণ নযাই ।
চৈধ্যয় ভুবনে ফুৰো লোভুক লগাই ॥
যদি ইন্দ্ৰিয়ক যিনি কৰয় ভকতি ।
জিহ্বাক জিনিবে আছে কাহাৰ শকতি ॥
জিহ্বাকো জিনিয়া যদি ভক্তি আচৰয় ।
সিজনকো জানা জিতেন্দ্ৰিয় নোবোলয় ॥
বিষয়ত মন ভৈলে হত হৰে বুদ্ধি ।
মবিবেক ৰোগী যেন কোচতে আস্থধি ॥
তুষ্টি আদি বীৰ গণ যতেক আছয় ।
তোমাৰ আগত দিব বান্ধিয়া নিশ্চয় ॥
কোন বুদ্ধি সংসাৰ তৰিব সিটোজন ।
কৈলো নিষ্ট কৰি ৰাজা নকৰা বিমন ॥

মোহৰ বচন

মোহে বোলে মহাৰাজা শুনা মোৰ বাক ।
মঞি আচৰিবো কিছু তোমাৰ আজ্ঞাক ॥
আকাশৰ পৰা লক্ষধৰ সীমা কৰি ।
গাঠি দিয়া ৰাখিবো পুত্ৰৰ শিৰে ধৰি ॥
ঐশ্বৰ্য্য বিভূতি বিষ বিষয়ত হন্তে ।
মোহ কৰাইবোহো মঞি বৈকুণ্ঠ পৰ্য্যন্তে ॥
কোন চাৰ তুষ্টি আদি যত বীৰগণ ।
কহিলোহো নিষ্ট কৰি এৰা কষ্ট মন ॥

ঘূমটিৰ বচন

অনন্তৰে ঘুমটি বোলয় জানু পাৰি।
কুৰি মুনিযেয়ো যাক দমাইবে নপাৰি ॥
একেশ্বৰে ধৰি তাক কিলাইবো নিশ্চয়।
যথা বসি দহে পাঞ্চে হৰি কথা কয় ॥
তথাতে শুৱাইবো মঞি কৰি ব্যৱধান।
তোমাৰ আগত মই বুঝাইবো প্ৰমাণ ॥

আলস্তৰ বচন

আলাস বদতি শুনা মোৰ বিস্থাচই।
ভকতৰ সঙ্গে যিটো যাইবাক খোজই ॥
জাৰ জহ সম দেখাই আলাসক দিয়া।
তেখেনে ৰাখিবো ধৰি হৰি ভকতিয়া ॥
ভয়ে বোলে যদি হৰি সমাজক যাই।
সৰ্প সিংহ চৌৰ ব্যাঘ্ৰ ভয় দৰ নাই ॥
ৰাখিবো তেখনে সিটো কেন মতে যাই।
কহিলো সমস্তে ৰাজা মোৰ অভিপ্ৰাই ॥

হিংসা, নিন্দা, অহঙ্কাৰ, দম্ভ আদিৰ বচন

হিংসায়ে বোলন্ত ৰাজা হিংসিবো সবাকে।
নিন্দায়ে বোলয় হটিবোহো নিন্দাবাকে ॥
দম্ভে বোলে দম্ভ ভাৱ দেখাইবো আমাৰ।
অহঙ্কাৰে বোলে মই কৰাওঁ অহঙ্কাৰ ॥
দ্বেষে বোলে দেইস্যভাৱ কৰি দৰশাইবো।
অমিত্ৰে বোলয় মঞি মিত্ৰ নকৰিবো ॥
নিকৰুণে বোলয় কৰুণা মোৰ নাই।
অশ্ৰধাত শ্ৰধা ভাৱ কদাপি নাপাই ॥
অসূয়ায়ে বোলে মোৰ কোনে পাৰা নয়।
অসুখে বোলয় সুখ কৈতো নিমিলয় ॥
অশুদ্ধ বদতি শুদ্ধ নাহিকে আমাৰ।
কুবুদ্ধিয়ে বোলয় কুবুদ্ধিয়ে মোৰ সাৰ ॥

কুকথায়ে বোলে মঞি কুকথা কয়োঁ।
কূটস্থে বোলয় মঞি কূট বুদ্ধি দেওঁ ॥
মৈথুনে বোলয় মঞি মৈথুনক যাওঁ।
সগুণে বোলয় মঞি দুগুণ কৰাওঁ ॥
এহিমতে দুসঙ্গৰ গোষ্ঠী নিৰন্তৰ।
যিমানে আছিলা দিলা তিমানে উত্তৰ ॥
হেন শুনি মহামোহে ভৈলা বিমোহিত।
ধৰ্ম্মৰ হিংসাক মানিলৈক মহা হিত ॥
ধন বস্ত্র আনি বটা সবাকে দিলন্ত।
দুসঙ্গৰ গোষ্ঠী যত সৱে ৰহিলন্ত।
এহিমতে মহামোহ ৰাজা পাপমতি।
মহানন্দ আচৰান্ত একৰাই ভকতি ॥
শুনিলা সেনাৰ যেন প্ৰচণ্ড বচন।
সমাজ বিসৰ্জ্জি পাছে পশিলা ভৱন ॥
মহামায়া সঙ্গে থাকে আলাপন কৰি।
নিত্যে নিত্যে পাপ কৰ্ম্ম কৰান্ত সুন্দৰী ॥
দেৱৰো দেৱতা যিটো আত্মৰূপী হৰি।
তাহাঙ্ক নভজি মৰে আত্মাঘাত কৰি ॥
পাপময় সংসাৰত সুখ নাহিকয়।
ক্ষেণে সুখ ক্ষেণে দুখ ক্ষেণে বিনাশয় ॥
নমো নমো ৰাম কৃষ্ণ মুকুন্দ মুৰাৰি।
ৰাখিয়া চৰণে নিয়ো মায়াক নিবাৰি।
তযু ভকতৰ পদ ৰেণু শিৰে লওঁ।
এহি মোৰ মন বাঞ্ছা অভিপ্ৰায় কওঁ ॥
যৈতে তৈতে জন্ম হোক কৰ্ম্মৰ বিপাকে।
তৈতে সেৱা ৰূপে যেন মন ৰহি থাকে ॥

বুলিবা আপোন কৰ্ম্মে পাপ যোনি যাইবা
কেন মতে মোৰ ভকতৰ সঙ্গ পাইবা ॥
ইহাৰ উত্তৰ তযু পদে মাগো যাই ।
যাতো সমস্ততে তুমি কৃপালু গোসাঞি ॥
এতেকেসে কৰো আমি মোক্ষক যতন ।
ৰাম ৰাম শব্দ ঘোষিয়োক সৰ্ব্বজন ॥ ২০৬

দুলড়ি ॥

শুক নিগদতি ইন্দ্ৰ অধিপতি
শুনা যেন ভৈলা পাছে ।
বাৰাণসী ক্ষেত্ৰে ৰাজ্য ভোগ কৰি
মোহ ৰাজা তৈতে আছে ॥
ইন্দ্ৰতো অধিক লভিলা আনন্দ
কাহাকো নকৰে ডৰ ।
পাত্ৰ মন্ত্ৰী সমে আনন্দে থাকন্ত
যেন দুতি পুৰন্দৰ ॥
সেৱক সকলে চতুৰ্ভিতি বেঢ়ি
সেৱা কৰে পৰি পৰি ।
দণ্ডে ছত্ৰে বাদ্যে পদাতি কটকে
সিংহাসনে থাকে চড়ি ॥
পাছে সেহি বেলা পৰকূট বুদ্ধি
আসিল তম ব্ৰাহ্মণ ।
অবিদ্যাৰ মূৰ্ত্তি ভক্তিৰ পৰত
অনেক পাতে বৈগুণ ॥

মহামোহৰ
পুৰোহিত
তম ব্ৰাহ্মণ

আশীৰ্ব্বাদ কৰি বসিলা ব্ৰাহ্মণে
চৱঁড়িত ভৰি তুলি।
হাসি মহামোহে মাতিলে দ্বিজক
কাৰ্য্য সিদ্ধ ভৈল বুলি ॥
তুমি গুৰু মোৰ পুৰোহিত জন
কুশলে আসিলা ভালে।
বোলো নিষ্ট কৰি মোৰ এক কাৰ্য্য
সাধিয়া আসা সকালে ॥
আমাৰ বংশৰ শিৰৰ ভূষণ
সৰ্ব্বকালে চিন্তা হিত।
তুমি অগ্ৰগণি আমাৰ পাঞ্চনি
কৰাইবে নোহে উচিত ॥
তুমি যেন শ্ৰেষ্ঠ সিয়ো কাৰ্য্য তেন
বিবেক নগৰে যোৱা।
ৰাজ আজ্ঞা চলে ধন বস্ত্ৰ কিবা
মান্য সতকাৰ পোৱা ॥
হেন শুনি লোভে ব্ৰাহ্মণে বোলন্ত
নাথাকা মোক উপেখি।
তোমাৰ আজ্ঞাক কৰিবো সত্বৰে
দিয়ো এক পত্ৰ লেখি ॥

মহামোহ ৰজাৰ পত্ৰ লৈ তম ব্ৰাহ্মণৰ বিবেক নগৰলৈ যাত্ৰা

শুনি মহামোহে পত্ৰক লেখিয়া
ব্ৰাহ্মণক দিলা খানি।
দুয়ো হাত পাতি সতকাৰে লৈলন্ত
ৰাজ আজ্ঞা হেন জানি ॥
মহামোহে বোলে মোৰ আজ্ঞাবাণী
কৈবা বিবেকৰ আগে।

আপুনি পণ্ডিত সমস্তকে জানা
কৰিবাহা যেন লাগে ॥
তোমাৰ আমাৰ পূৰ্ব্বাপৰ চাই
আপুনি কহিবা জানি ।
যেন তেন মতে বড়াই দিয়া মোক
বিৱেক নগৰ খানি ॥
হয় হস্তী ৰথ পদাতি সহিতে
কৈবা দিউক মোক এড়ি ।
নগৰয় যাৱে নাহি তাৰে মোৰে
থাকিব পৰম খেড়ি ॥
এহি বুলি ৰাজা বিদায় দিলন্ত
সুমঙ্গলে যাত্ৰা কৰি ।
আটিমুটি কৰি লৰিল ব্ৰাহ্মণ
ৰাজা আজ্ঞা শিৰে ধৰি ॥ ২১০ ॥

ঝুমুৰি ॥

তম ব্ৰাহ্মণৰ ৰূপ

পাচে তম দ্বিজ ৰাজ ।
মোহৰ সাধিবে কাজ ॥
লৰিলন্ত বেগ ধৰি ।
যাইবে বিৱেক পুৰী ॥
ৰুদ্ৰাক্ষৰ মালা গলে ।
কপালত ফোট জ্বলে ॥
কেশ ডালি পকি গৈল ।
জৰ থৰ বৃদ্ধ ভৈল ॥

কম্পি যাই হাত পাৱ।
থিৰ নোহে সৰ্ব্ব গাৱ॥
মুখৰো নোলাই মাত।
গেৰু মাটি ঘষি গাত॥
কটিত কপিন গুণি।
বান্ধি আছে টানি টানি॥
গণ্ড খোজ কাঢ়ি যাই।
হাতত লাখুটি বাই॥
যেন বিষ বৰিষয়।
মুখৰ বচন চয়॥
ধুপলা দশন পান্তি।
বিকৃত কৰয় কান্তি॥
যজ্ঞসূত্ৰ ওলোমাই।
বাহুক আচৰি যাই॥
শুখান দেখিয়ো ভৰি।
যেহেন খাগৰি খৰি॥
তথাপিতো মটমটি।
ক্ৰোধ কৰে চটচটি॥
ঘনে ঘনে গুৱা খাই।
মুখত মধুৰ নাই॥
চুটলিয়া পিঠে থই।
চলে কৰণ্ডিক লই॥
চৰড়িক ধৰি হাতে।
বুঢ়া ককা বুলি মাতে॥
কতো কতো ক্ৰোধ কৰি।
লাখুটি ভেজাৱে ধৰি॥

কতো তাকে চটাআই।
মাতে বোলে চলি যাই ॥
এহিমতে বিপ্রৱৰ।
কতো বেলি অনন্তৰ ॥
গৈলা বেগে বহু দূৰ।
পাইলা বিৱেকৰ পুৰ ॥
নগৰৰ যত কাজ।
দেখিলন্ত দ্বিজ ৰাজ ॥
বিৱেক নগৰ চয়।
সূৰ্য্য যেন প্ৰকাশয় ॥
হাটি বাটি সৰোবৰ।
গড় চয় ভয়ঙ্কৰ ॥
ভেদিবাক নপাৰয়।
সৎসঙ্গৰ সেনাচয় ॥
কোটি অমৰাৱতী ঠিক।
দেখিলা ৰাজাৰ শ্ৰীক ॥
মোক্ষ মোক্ষ বীৰচয়।
সৎসঙ্গত উপাসয় ॥
কাল কলি মায়া দূৰ।
প্ৰেমময় ভক্তি পুৰ ॥
হৰি কথা বিনে আন।
নকহয় একো থান ॥
দেখি তম ব্ৰাহ্মণৰ।
ভয়ে তনু তৰ তৰ ॥
একো মাত বোল নাই।
দূৰতে ৰহিল যাই ॥

বিৱেকপুৰৰ সৎসঙ্গ নগৰত তম ব্ৰাহ্মণৰ প্ৰবেশ

**দুলড়ি ॥**

ব্রাহ্মণ বদতি শুনিয়ো দোৱাৰি
ৰাজাত জনায়ো যাই ।
বাৰাণসী হন্তে আসি আছো আমি
ৰাজ কাৰ্য্য অভিপ্ৰাই ॥
শুনিয়া দুৱাৰি সেহি বাৰে গৈয়া
ৰাজাত জনাইলা পাছে ।
বাৰাণসী হন্তে একো নাহিকয়
দ্বিজ এক আসি আছে ॥
বিবেক বোলন্ত কহিবা ব্ৰাহ্মণ
আসি আছে মোৰ ঠাই ।
কিবা ভাল মন্দ আপুনি পুছুহোঁ
এতিক্ষণে আন যাই ॥
বিবেকৰ বাণী ব্ৰহ্ম দাসে শুনি
ভয়ে গৈলা বেগ ধৰি ।
স্মৃষ্টি দ্বাৰে নিয়া তম অজ্ঞানক
ভেণ্টাইলন্ত শীঘ্ৰ কৰি ॥
ৰাজাক দেখিয়া তৰ্কখণ্ড দ্বিজে
আশীৰ্ব্বাদ কৰিলন্ত ।
উদণ্ড ব্ৰাহ্মণে চৰৰি চাৰিয়া
ঠেস কৰি বসিলন্ত ॥
দেখি নৃপৱৰে ইঙ্গিতে জানিলা
ব্ৰাহ্মণৰ যেন কাৰ্য্য ।
হসিত বদনে গম্ভীৰ বচনে
পুছিলন্ত মহাৰাজ ॥

বিবেক ৰজাৰ লগত ব্ৰাহ্মণৰ সাক্ষাৎ

কিনো মোৰ মহা দুৰ্গতি বিপাকে
পাইলেক আছোহো জানি।
কৈৰ হন্তে দ্বিজ দেখা দিলা মোক
সঙ্গৰে বুলিও বাণী॥
শুনিয়া ব্ৰাহ্মণে পত্ৰ দিলা আনি
ৰঙ্গে ৰাজা চাহিলন্ত।
মোহ নৃপতিৰ যতেক বিচেষ্টা
সমস্তে অৰ্থ পাইলন্ত॥
মোহ নৃপতিক বাৰাণসী ক্ষেত্ৰে
জানিয়াছ সৰ্ব্বলোক।
হয় হস্তী ৰথে বড়িয়োক আসি
সুহি যুদ্ধ দেওক মোক॥
এতেক বচন শুনিয়া পত্ৰত
বিৱেক মহা মহন্ত।
পত্ৰক পেলাই অনেক ধিক্কাৰ
নৃপতিক কৰিলন্ত॥

বিৱেক ৰজাৰ লগত ব্ৰাহ্মণৰ কথোপকথন

পাছে নৃপবৰে তম অজ্ঞানক
মাতিলন্ত মুখ চাই।
আউৰ যদি তোৰ বুলিবাক আছে
কহা মোত অভিপ্ৰাই॥
হেন শুনি পাছে ব্ৰাহ্মণে বোলয়
কহিবো তোমাত আমি।
বাৰাণসী ক্ষেত্ৰে মহামোহ ৰাজা
জানা কি নাজানা তুমি॥
যদি আছা জানি লৈয়া বস্ত্ৰ মণি
মাণিক পৱাল চয়।

বজন্ত পদাতি বথ হয় হস্তী
দাস দাসী যত হয় ॥
অনেক সম্ভাব বান্ধি সাঙ্গি ভাব
চলিয়োক শীঘ্র কবি ।
বাজাত শবণ পৰিয়া বড়িয়ো
অনেক কাত্তৰ কবি ॥
ত্রৈলোক্য বিজয় মহামোহ বাজা
প্ৰচণ্ড বীৰ প্ৰধান ।
তানে পুৰোহিত অৱিবেক মোক
জানিবা তম ব্ৰাহ্মণ ॥
তৰ্ক আদি আনো শাস্ত্ৰক পঢ়িয়া
দশগোটা নাম লৈলো ।
ত্রৈলোক্যত মোক সতকাৰ কৰয়
তোমাৰ আগত কৈলো ॥
এহি বুলি পাছে ৰহিলা ব্ৰাহ্মণ
শুনি সৎসঙ্গৰ সৈন্য ।
কহিবা উদণ্ড ব্ৰাহ্মণ বুলিয়া
কৰিলন্ত ক্ৰোধ মন ॥
আমাৰ নৃপতি আতি শুদ্ধ মতি
তাতেসে ক্ষেমি আছন্ত ।
প্ৰজাসকলৰ বুঝিয়া মনক
বিৱেক মহা মহন্ত ॥
সবাকো সম্মুখি শাস্তি কবি পাছে
ব্ৰাহ্মণক বোলে বাক ।
শুনিয়োক তম কিনো মহামোহ
হুৰিত ভৈলা বিপাক ॥

কৈৰ হস্তে বিপ্ৰ দেখা দিলা আসি
মোৰ কিছু ভয় নাই।
কৈৰ মহামোহ তোমাৰ ৰাজ্যাএ
কাৰ উকৰাইবে চাই ॥
উপনিষদৰ মন্ত্ৰে মূৰ্ত্তি ধৰি
যাৰ যশ গুণ কয়।
হেনয় হৰিৰ চৰণে ভজিয়া
কাহাকো নকৰো ভয় ॥
স্নেহ শ্ৰধা যাৰ মনত প্ৰকাশে
করুণ যাত বিৰাজে।
মোহন পঞ্চম ৰূপে নাহি সম
গোকুল পুৰত ৰাজে ॥
অভয় বৰদ সেৱাৰ সম্পদ
যাতো হৰি পূৰ্ণকাম।
তানে মহা শুভ্ৰ বিবেক নগৰ
পুৰী আতি অনুপাম ॥
পৰম পুৰুষ পুৰুষোত্তমক
হৃদয়ে যাৰ ৰঞ্জনা।
পৰম অপৰ ভেদ কিছু আত
নাহি নাহি হৰি বিনা ॥
অজ্ঞান বিনাশি মহাজ্ঞান যিটো
কৰিলা তাক প্ৰকাশ।
শুনিয়োক তম যত যত কৈবো
স্বৰূপ ইটো বিশ্বাস ॥
অজ্ঞানত থাকি অসত্যক সত্য
জ্ঞান চক্ষু অন্ধ যাৰ।

জ্ঞান দীপ্তি মহা আদিত্য উদয়
সপ্রেম ভকতি ভাব ॥
তোমাৰ অজ্ঞান তিমিৰক লাগি
মোৰ কিছু নাহি ভয় ।
সত্য সৈন্য দেখি তোৰ পাপ যূথে
পলাইব জানো নিশ্চয় ॥
হেন কথা মোহ ৰাজাত কহিবা
কৰোক এহি উপাই ।
হয় হস্তী ৰথে শৰণে পশোক
ৰাজা আসি মোৰ ঠাই ॥
হৰি ভকতিক বিমুখ কৰায়ে
মহামোহ পাপমতি ।
কৃষ্ণৰ চৰণ সেৱা বলে তাক
দেখা কেন কৰো গতি ॥
হেৰা ক্ষমা দায়া তুষ্টি বিৰকতি
আদি যত বীৰগণ ।

বিবেক ৰজাৰ মহামোহক বান্ধি আনিবলৈ নির্দ্দেশ

মোৰ আজ্ঞা চাই সসৈন্যে জন্তাই
চলা সবে এতিক্ষণ ॥
বাৰাণসী ক্ষেত্ৰ ৰাজা মন্ত্ৰী দুইক
বান্ধি আনা হাতে গলে ।
সর্ব্বস্ব আগ্রহি আনিবা নিগ্রহি
থৈয়ো দাসী খাটতলে ॥
অল্প মত দুই এতেক ধিক্কাৰ
কৰে মোক কোন গুণি ।
তাৰ প্ৰতিকাৰ সাধিবো ইবাৰ
হাসোক প্ৰজা আপুনি ॥

হেনয় প্ৰচণ্ড বিবেক ৰাজাৰ
আজ্ঞা শুনি দূতগণ।
ত্বৰিত গমনে গৈয়া তেতিক্ষণে
পশিলা মোহ-ভৱন ॥
বিবেকৰ বাণী শুনি ব্ৰাহ্মণৰ
মনে ভৈলা মহাভয়।
জানো মাৰি ধৰি বিকৰ্থনা কৰি
বধাশালে মোকো থয় ॥
মোহ নৃপতিৰ দূত হুয়া আইলো
পাইলো বহু সন্মান।
আছোক ধনক সৎকাৰ লভিবো
গাৱ মাৰিবাক টান ॥
এহি গুণি পাছে লৰিলা ব্ৰাহ্মণে
ৰাজাত মেলানি কৰি।
সৃষ্টি দ্বাৰে পুনু বাহিৰ ভৈলন্ত
নকৰয় পাছ ভৰি ॥
হৃদিপুৰ মহা নগৰ এড়াই
দ্বিজৰ ভয় গুচিল।
মহাদুখ মনে বাৰাণসী ক্ষেত্ৰে
ব্ৰাহ্মণে পুনু লৰিল ॥
পথত ব্ৰাহ্মণে গুণে মনে মনে
ভালো আইলো গাৱ সাৰি।
এহি বুলি তৰ্ক খণ্ড কন্দলি এ
চলি যান্ত বেগ ধৰি ॥

ছবি ॥

কনক কামিনী বস্তু বাহিৰত পৰি গৈল
অজ্ঞান তিমিৰ দৰশাই।
চৈধ্যয় ভুবনে সিটো জীৱক বিমুখ কৰে
জ্ঞান দীপ্তি ধন দূৰে যাই ॥
ধৱল দশন পাস্তি মাথে কেশ উড়ি যান্তি
লৰবৰ কৰে আৰু কাই।
লাখুটিত ভিৰ দিয়া হাণ্টিবাক নপাৰয়
খনো লাসে লাসে কৰি যাই ॥
বুটলিয়া চৱিক চলনে চলায়া যাই
নানামতে বচন মাতয় ॥
লঘোনে দ্বিজৰ আত্মা শুখাইল পেটৰ ভোকে
ভৰি হাত থিৰে নপৰয় ॥
কতোবেলি অনন্তৰে প্ৰবেশিলা দ্বিজবৰে
আপুনাৰ দুসঙ্গ নগৰ।
মহামোহ নৃপতিৰ আগত লাগিলা তাৰ
চিন্তা দুখ আকুল ভাগৰ ॥

ব্ৰাহ্মণে মহামোহৰ আগত বিৱেকে পঠোৱা সংবাদ দিয়ে

তম ব্ৰাহ্মণক দেখি ভালে আইলা গুৰু বুলি
পুছিলা সকলে নৃপবৰ।
মোহৰ শুনিয়া বাণী তমে পাচে মনে গুণি
কষ্ট কৰি দিলন্ত উত্তৰ ॥
তোমাৰ শুনিয়া কথা বিৱেকে বুলিলা মোক
তোৰ ৰাজা মোহোতে বৰোক।
যদি তাৰ আছে বলে সাজি আসি সমদলে
যুদ্ধ কৰি আমাক জিনোক ॥

মহামোহ পাপমতি জ্ঞান শূন্য অধোগতি
অজ্ঞান তিমিৰ দৰশাই।
জ্ঞান দীপ্তি আদিত্যক অজ্ঞানে আন্ধাৰে কিবা
কৰি মোৰ উকৰাইবে চাই ॥
বিবেকে বুলিলা যত তাতো দশ গুণে বাঢ়
কপটে কহিলা দুৰাচাৰ।
অবিদ্যাৰ মূৰ্ত্তি কূট -নাট কপটীয়া দুষ্ট
দুৰ্জ্জন পামৰ কুলাঙ্গাৰ ॥
পাতয় জঞ্জাল মায়া প্ৰাণীক নাহিকে দায়া
আপুনাৰ সাধে মাত্ৰ কাৰ্য্য।
তোৰ যেন লাগে হোক কিনো নকৰিলো মোক
বিবেক নৃপতি মহাৰাজ ॥
শুন হেৰ নৰপতি মোৰ যেন ভৈলা গতি
ধিক ধিক ব্ৰাহ্মণ অজ্ঞান।
কৰ্ম্মত কুশল মানি মোক ভাণ্ডি পঠাই দিলি
নাপাইলো সৎকাৰ একোমান ॥
যিটো মঞি তৰ্ক খণ্ড কন্দলি নামত খ্যাত
এবে তঞি মোহোক পাকস।
ধন বস্তু পায়ো চাৰি বৃদ্ধ গাৱে শ্ৰম পাইলো
শীঘ্ৰে মোক বিদায় দিৱস ॥
এহি বুলি তৰ্ক বিপ্ৰ ঠেস মনে উঠি গৈলা
আপোন গৃহক ক্ৰোধ কৰি।
মোহ নিয়াই যি কৰিলা দুয়ো কথা কৈবো পাছে
প্ৰস্তুতৰ কথা অনুসৰি ॥

## দুলড়ি ॥

শুনা বিদ্যমান ইটো শাস্ত্র খান
মহামোহ পৰ্ব্ব যাৰ।
নাহি মিছা ছাল আত্মাৰ বিচাৰ
কেৱল ভক্তিৰ সাৰ ॥
বাৰাণসী হন্তে আইলা ইটো শাস্ত্ৰ
নপাইলন্ত একোজনে।
শ্ৰীৰামানন্দে প্ৰকাশিলা আক
জগত উদ্ধাৰ মনে।
ইহাৰ অৰ্থত মহাজন সব
তন্তি ৰহি থাকে চাই।
কথা গীত সূত্ৰ ভটিমা পয়াৰ
গ্ৰন্থি দিলা ঠাই ঠাই ॥
মহামোহ বুলি আঙ্ক নাম দিলা
নাট কৰিবাক লাগি।
ভকত সকলে বিচাৰি গাৱয়
যিটো জন ৰস ভাগি ॥
কতো দিনে পাছে শুনিলো ভাৱনা
সত্ৰে কৈলা একবাৰ।
তৈসানিৰে পৰা কৰন্তা নভৈল
মহামোহ নাট সাৰ ॥
পাচে নিৰঞ্জনে দেৱ অধিপত্য
ভৈলা সব আউনীআটী।
মহাগুণঅন্ত ধৰ্ম্মতো শ্ৰীমন্ত
কবি গুণে পৰিপাটি ॥

মহামোহ শাস্ত্ৰ প্ৰাপ্তিৰ আখ্যান

পাছে অনুদিনে গুৰু কৃপা গুণে
ভকত সকলে পাই।
ৰসত ৰসৰ ভাওনা কৰিবে
মন ভৈলা সমুদাই॥
যাৰা সবে আত প্ৰবন্ধ কৰিলা
শুনা মোক্ষ কিছু নাম।
ওজা নৰোত্তম ৰাম নিৰঞ্জন
প্ৰহ্লাদক অনুপাম॥
কণ্ঠ ভৰণক লক্ষ্মণ ভাৰতী
নিৰ্ম্মল গতি গোকুল।
গায়নৰ ওঁজা পৰমানন্দওজা
কৃষ্ণানন্দ নাহি ভুল॥
জয় দেৱ আদি তিনি চাৰি মাসে
গাৱৰ ভকত সঙ্গে।
কামৰূপে কাক -তিৰ মন্দিৰত
ভাৱ কৰিলন্ত ৰঙ্গে॥
বহুবিধ লোকে ৰঙ্গ চাহিবাক
আসিলন্ত নৰ নাৰী।
সভাৰ মহিমা কি কহিবো আৰ
ৰঙ্গ চাৱে শাৰী শাৰী॥
অমৃতৰ ভাণ্ড মহামোহ নাট
ভকতে পান কৰয়।
আদি অদ্ভুত কথা গীত শুনি
বৃদ্ধ সবে প্ৰশংসয়॥
এহি প্ৰেম ভক্তি ৰসৰ আস্বাদে
জন্মিল আমাৰ ৰতি।

দুগ্ধ সাগৰৰ মাঝে কিছু মোৰ
নিমজ্জি ৰহিল মতি ॥
ভক্ত বৈষ্ণৱৰ অনুমতি পাই
আপুনি গাইবাক চাওঁ।
এড়িয়োক দাই ভকতে সদাই
সবাৰো পাৱে বিনাওঁ ॥
ইটো তত্ত্ব সাৰ আত্মাৰ বিচাৰ
পূৰা অৰ্থ নুবুজিলো।
কথাৰ আশয় প্ৰস্তাৱ নজানি
আগ পাচ কৰি দিলো ॥
ইটো মোৰ মহা বুদ্ধিৰ দোষক
ক্ষমি কৰা পৰিত্ৰাণ।
নকৰিয়ো নাশ কৰি আছো আশ
তুমি সব সৰ্ব্বজান ॥
নমো নমো ৰাম তুমি পূৰ্ণ কাম
পূৰিয়ো মন বাঞ্ছিত।
শুদ্ধ চিত্তে বাণী বোলাঞো আপুনি
সদায়ে থাকি হৃদিত ॥

কবিৰ প্ৰাৰ্থনা

মঞি বুদ্ধিক্ষীণ ভকতি বিহীন
তুমি কৃপাময় বন্ধু।
পাপ সাগৰত পৰি তল জাওঁ
তাৰিয়ো করুণাসিন্ধু ॥
তোমাৰ অৰুণ চৰণ পদ্মত
নছাৰোক মোৰ কাম।
এহি সাৰ কৰি বোলা হৰি হৰি
ছয়ো সৱে আত্মা ৰাম ॥

পদ ॥

শুদ্ধ নিগদতি মন শুনিয়ো ব্যৱস্থা।
বিবেকৰ যেন ভৈলা প্ৰশংসিত কথা ॥
তমক পঠায়া ৰাজা যি বোল বুলিলা।
শুনা বিনন্দীয়া পূৰ্ণ ঈশ্বৰৰ লীলা ॥
সত্য শৌচা ক্ষমা দায়া সুবুদ্ধি উত্তম।
মহামোহৰ পৰাজয় কাৰুণি কৰুণা মৈত্ৰী যশস্যা পৰম ॥
ইসব প্ৰমুক্ষে সৈন্য পঠাইলা পূৰ্ব্বত।
প্ৰবেশিলা বাৰাণসী মোহ নগৰত ॥
ৰাজাকো আনিলা সঙ্গে মন্ত্ৰীগণে।
হাতে গলে বান্ধিয়া ভেটাইলা তেতিক্ষণে ॥
হেন দেখি বিবেকৰ আনন্দ মিলিলা।
পিতৃ শিৰো বৈৰীক উচিত দণ্ড দিলা ॥
যৈসানি সতীৰ শোকে প্ৰাণ হত্যা হৈল।
দণ্ড কৰা প্ৰজা আসি মোৰো শক্ৰ ভৈল ॥
পিতা পুত্ৰ বৈৰী আঙ্ক চাহিবে নলাগে।
খাণ্ডা ধৰি কাণ নাক কাট মোৰ আগে ॥
প্ৰাণ নামাৰিবি মোত আছে গুণ ক্ষমা।
পিতা দ্ৰোহী জন্মিজয়ে থৈয়া আছে সীমা ॥
এহি বুলি বিবেকে মোহক কদৰ্থিলা।
সিংহৰ বিক্ৰমে জম্বুকীৰ দৰ্প নিলা ॥
বাহু কাটি যদুবৰ গুৰুয়ে ডকাইলা।
ঈশ্বৰ কৃপায়ে ৰাজা নিজস্থান পাইলা ॥
তাহাতে বুঝাইল চলে মন্ত্ৰীগণ আনি।
দূতক শিকাইলা যেন মতে যমে বাণী ॥

সেহিমতে সৎসঙ্গৰো আছে সৈন্য যত।
হৰি ভক্তি ধৰ্ম্ম প্ৰবৰ্ত্তাইলা নগৰত॥
সাধুৰ সঙ্গত সাধু ভাৱ মিলায়য়।
অসাধুৰ সঙ্গে দুষ্ট দুষ্ট নহোৱয়॥
হেন জানি সত্যসঙ্গত থাকি ই নাম।
কৃষ্ণপদ হৃদি ধৰি হুয়ো পূৰ্ণকাম॥
শুনিয়োক দুসঙ্গ ভাৱ যত যত।
কাম ক্ৰোধ আদি শত্ৰু পীড়য় সতত॥
সত্যক পীড়য় অসত্যক বঢ়ায়য়।
জবথৰ কৰি সংসাৰত ভ্ৰমায়য়॥
এহিমতে জীৱৰ নিকাৰ নিৰন্তৰ।
কতেক কহিবো দুখ হৰি বিমুখৰ॥
এৱে শুনিয়োক যেন সৎসঙ্গৰ গতি।
সাধন কৰয় নৰে হৰিত ভকতি॥
স্বৰূপ বচন মহা শুদ্ধ প্ৰবৰ্ত্তন।
পৰ উপকাৰী অনুগ্ৰহৰ কাৰণ॥
গহীন গম্ভীৰ মহা বুদ্ধিত নিশ্চয়।
আত্মাক ব্যৱসা কৰে বিষয় তেজয়॥
লজ্জাৱন্ত যশৱন্ত সম কৰণক।
মন নিষ্ঠা শুদ্ধ বুদ্ধি দশ ভজনক॥
ক্ষমাৱন্ত ইন্দ্ৰিয় নিৱেশ কৰি ছন।
জয় জয় অচ্যুতত একান্ত শৰণ॥
ভজন পুৰুষোত্তম সুখ মিলায়য়।
ষড় ৰস অমৃত কাৰক আতিশয়॥
এহিমতে অনুভৱ সৎসঙ্গ পুৰৰ।
বিবেক নৃপতি তাৰ ৰায় ৰাজেশ্বৰ॥

যেন মতে সম ভাৱে লোক পালিলন্ত।
শুনিয়া যেমতে প্রজা বাক্যে প্রবোধন্ত ॥
শুনিয়োক ধৈৰ্য্য ক্ষমা দায়া তুষ্টি বীৰ।
এহি চাৰি মোক্ষ মন্ত্রী বুদ্ধিত সুথিৰ ॥
যেন মতে মহা ধৰ্ম্মে প্রবর্ত্তি ৰহিবা।
তাহাক কহিবো ভাল মতে মন দিবা ॥
মহামোহে কালে আসি নধৰয় যাৱে।
সাৱধানে থাকিয়ো ভজিয়া কৃষ্ণ পাৱে ॥
যাৱে নতু চুটি পৰে জানা ইটো প্রাণ।
নিকটে মিলাৱে গোবিন্দৰ ফৰমান ॥
জীৱন যৌৱন ধন সৱে মায়াময়।
দুখ সব দূৰ কৰি চাৰিয়ো বিষয় ॥
গুৰু সেৱাই মন দিয়া তেজা অভিমান।
মোহ পাপ তেজি কৰা হৰি পদে ধ্যান ॥
মাধৱৰ দাস হুয়া নাম লোৱা মুখে।
দুসঙ্গ কটক জিনি থাকা মহা সুখে ॥
এহি বুলি বিৱেক নৃপতি মৌনে ৰৈলা।
ৰাজাৰ বচন সৱে মুনি যেন কৈলা ॥
অক্রোধি কাৰুণি মৈত্রী শ্রদ্ধা আদি যত।
সবে সাজু হুয়া বোলে ৰাজাৰ আগত।

মৈত্রী, কৰুণা, শ্রদ্ধা, সুবুদ্ধি সুকথা, অহিংসা, প্রীতি, স্নেহ, সত্য আদিৰ বৰ্ণনা

মৈত্রী বুলিলন্ত শুনা ৰাজা মহাশয়।
ই তিনি ভূৱনে মোৰ অমিত্র নোহয় ॥
সকলে জগতে মিত্র বুলিয়া জানিবা।
অমিত্রক লাগি কিছু চিন্তা নকৰিবা ॥
কৰুণা বোলয় ৰাজা মোৰ বাণী শুনা।
নিকৰুণ জগতক কৰিবো কৰুণা ॥

সৰ্ব্বদায়ে হিত পক্ষ তোমাৰ আচৰি।
নিকৰুণ বীৰক জিনিয়ো হেলে ধৰি॥
শ্ৰধা নিগদতি পিতৃ শুনা মোৰ বাক।
সবাকো বঢ়াইয়ো শ্ৰধাই জিনি অশ্ৰধাক॥
সুবুদ্ধি বোলয় কুবুদ্ধিক দূৰ কৰি।
সহজে থাকিবো মঞি তযু আজ্ঞা কৰি॥
সুকথা বোলয় কুকথাক পৰিহৰি।
বৃথা কথা এৰিয়া বোলাইবো হৰি হৰি॥
অহিংসা বোলয় মঞি হিংসা নকৰাইবো।
প্ৰীতি বোলে ৰাজা মঞি অপ্ৰীতি গুচাইবো
স্নেহে বোলে অস্নেহ গুচাইবো জগতৰ।
স্নেহ গোট দিয়া লৈবো অস্নেহ লোকৰ॥
সত্যে বোলে অসত্যক নানিবো মনত।
সত্যেসে পৰম ধৰ্ম্ম জানা সংসাৰত॥
শুদ্ধ বোলে অশুদ্ধ মনৰ মল যত।
শুদ্ধ বৰ্ণ ধৌত ৰূপ কৰাইবো জগত॥
সুৰসে বোলয় কুৰসৰ কৰি ঠাই।
সবাহাকে ভকতি ৰসক দিবো যাই॥

সৎসঙ্গৰ লোক-সকলৰ ধৰ্ম্ম ৰক্ষা কৰিবলৈ প্ৰতিজ্ঞা

সুখৰ বচন দুখ গুচাইবো সবাৰ।
সন্তোষে বোলয় অসন্তোষ নাহি তাৰ॥
যশে বোলে দুযশ নাহিকে সংসাৰত।
কহিলো নিশ্চয়ে ৰাজা তোমাৰ আগত॥
এহিমতে আনো যত সৎসঙ্গগণ।
ধৰ্ম্ম ৰাখিবাক প্ৰতি কৰয় যতন॥
সবাৰে শুনিয়া ধৰ্ম্ম যুগুতি উত্তৰ।
পৰম আনন্দ মন ভৈলা নৃপবৰ॥

এহিমতে ভক্তসৱে বিৱেক পুৰত।
শ্ৰৱণ কীৰ্ত্তন মুখে ৰূপ হৃদয়ত ॥
মনে শিল শিখা সাৰ কৰিয়া ধৰিল।
মহাসুখে সৰ্ব্বজন কুশলে ৰহিল ॥
হেন জানি মন হৰি গুৰু পাৱে ধৰ।
কলিযুগে নৰৰূপে আত্মা যদুবৰ ॥
জীৱৰ কাৰণে হৰি কৰি বহু লীলা।
হৰি আত্মা জীৱ শিৱে স্বৰূপ দেখাইলা ॥
ক্ষৰ পদে শুদ্ধ জীৱকেসে বোলে ব্ৰহ্ম।
অক্ষৰক শ্ৰেষ্ঠ আত্মা বোলে পৰ ব্ৰহ্ম ॥
দুইকো আদি কৰিয়া উত্তম ভগৱন্ত।
পৰপাৰ স্বৰূপে ভূততে প্ৰকাশন্ত ॥
গুৰুৰ পদসেৱা হেন জানি গুৰুদেৱ নাম ভক্তে ভজা।
এহিসে ৰহস্য চাৰি বেদ তত্ত্ব সজা ॥
কৃষ্ণক পাইবাৰ পথ যতেক মহন্ত।
নিচিনিয়া নৰে ঘোৰ সংসাৰে ভ্ৰমন্ত ॥
আকে জানি গুৰুৰ চৰণে চাপি ধৰা।
পৰমাৰ্থ লভি সুখে সংসাৰক তৰা ॥
ভাৰত বৰিষে নৰ তনু অনুপাম।
ধন্য কলি যুগে মহাৰত্ন ৰাম নাম ॥
আক ব্যৰ্থ কৰা মিছা বিষয়ৰ ভোলে।
পঞ্চামৃতো নষ্ট কৰে শোকোতাৰ জোলে ॥
হেন অৰ্থ সুধা পান কৰয় যি জন।
দূতে ভূতে নিয়োক চাৰি আসোক শমন ॥
সঙ্গতি সম্প্ৰদা নাম ৰূপ অনুসৰি।
কাল সূত্ৰে ভ্ৰমিয়ো ধৰ্ম্মৰ সূত্ৰে ধৰি ॥

মাধৱৰ পদ বেণু শিৰত ধৰিয়ো ।
আপুনি গোপালে কহে শৰণ পশিয়ো ॥
হেনজানি শঙ্কৰৰ চৰণ দুৰ্জ্জয় ।
ভজিয়া চৰণে সেৱা কৰিতে লাগয় ॥
যাৰ পদ ৰজ শিৰে ধৰিয়া পতিত ।
অগতিৰ গতি হৰে দূৰ্ঘোৰ কলিত ॥
যিটো ৰাম কৃষ্ণ যদু কুলে জন্ম ভৈলা ।
পৃথিবীৰ ভাৰ হৰি বৈকুণ্ঠক গৈলা ॥

শঙ্কৰদেৱৰ পৰিচয়

অনাদি শঙ্কৰে নিজ নাম প্ৰকাশিলা ।
ৰাজধৰ কুলে জন্মি যশ প্ৰকাশিলা ॥
লোক নিস্তাৰিলা কৰি ভকতি প্ৰচাৰ ।
কৃষ্ণ যশ ৰস দিয়া তৰিলা সংসাৰ ॥
নানা কৰি গুণে মন মুহিয়া লোকৰ ।
অমৃতৰ পানে যেন তৃপ্ত ভকতৰ ॥
আত অনন্তৰে কথা আছয় পূৰ্ব্বতে ।
ৰাম-ৰাৱণৰ যুদ্ধ ভৈলা যেন মতে ॥
সেহি মতে শুনা যুদ্ধ বিৱেক মোহৰ ।
ক্ষুদ্ৰ বিৰাটতে ৰণ ভৈলা ভয়ঙ্কৰ ॥
পৰম গোপানি ইটো কথা অমূৰ্ত্তক ।
সুধিলেসে পাই জানা ইহাৰ তত্বক ॥
সুবুঝিয়া যিটো জনে নিন্দা কৰে আসি ।
তাহাকো মাতো হেৰা আঙ্গুলি প্ৰকাশি ॥

মহামোহ ৰজাৰ ক্ৰোধ

ই কথা ৰহোক আৰে শুনা আতপৰে ।
লাজ পায়া মোহৰাজা গৰ্জ্জিলা বিস্তৰে ॥
বিৱেকে বোলয় শুনিয়োক ধৈৰ্য্য বীৰ ।
তুমিসে মোহোৰ মহা পাত্ৰ ৰাজ্যধৰ ॥

তোমাক আশ্ৰয়ি তৰি সংসাৰ সাগৰ।
তুমি বিনে নাহি মোৰ সহায় অপৰ ॥
মোৰ যেন তুমি কাৰ্য্য দক্ষ মন্ত্ৰীবৰ।
তাৰো সেহিমতে কাম বীৰ ধনুৰ্দ্ধৰ ॥
ত্ৰৈলোক্য ভুৱনে যাক জিনিব নপাৰে।
মহাযোগী ঋষি মোহে কামৰ প্ৰহাৰে ॥
দুহিতৃৰ হাতে ব্ৰহ্মা দেৱকো ধৰাইলা।
ৰুদ্ৰকো মুহিয়া কামে গাছে সাবটাইলা ॥
অহল্যাত পতিত কৰাইলা বাসৱক।
কাম বাণ প্ৰহাৰে ফুটিল সৌভৰিক ॥
ৰূপ ৰস গন্ধ স্পৰ্শ শব্দে ভেদয়।
দেৱাসুৰগণে যাৰ লেচাৰি নসয ॥
হেনয় পৰম বীৰ বলিষ্ঠ কামক।
কোনজনে সমুখ হৈবাহা সমৰক ॥
শুনিয়া ধৈৰ্য্যৰ মহা মিলিল সংশয়।
কৃষ্ণৰ পৰম ভক্ত ৰুদ্ৰ মহাশয় ॥
কি মতে জিনিলা তাঙ্ক কাম মন্ত্ৰীবৰ।
হেন শুনি দিলা জীৱে হৰিষে উত্তৰ
শুনিযোক কহো শুনা প্ৰশ্নৰ উত্তৰ।
পূৰ্ব্বে দক্ষ দুহিতৃ বিহাইলা মহেশ্বৰ ॥
জগত ঈশ্বৰ কৃষ্ণ নপাইলা জমাই।
সিহেতু বিদ্বেষ তাঙ্ক কৰন্ত সদাই ॥
একদিনা দক্ষে পাচে যজ্ঞ আৰম্ভিলা।
যত দেব ঋষি ৰাজ সমস্তে মাতিলা ॥
নমাতিলা সতী মহাদেৱক দৰ্প্পত।
তথাপি যাইবাক সতী পাথিলা ক্ৰৰত ॥

মহামোহ ৰজাৰ আগত কামৰ নিজৰ শক্তিৰ পৰিচয়

দক্ষ যজ্ঞৰ বৰ্ণনা

অনেক যুগুতে নিবেধিলা ত্রিনয়নে।
তাহাক নগণি সতী গৈলা দুখমনে॥
যজ্ঞৰ সভাত প্ৰবেশিয়া সতী মায়।
স্বামী ভাগ নেদেখি বিচাট কৰে গাৱ॥
দক্ষক কৰিলা সতী বচনে ধিক্কাৰ।
প্ৰাণ চাৰিলন্ত সতী মধ্যত সভাৰ॥
পাচে হৰে সতী মৰিবাৰ বাৰ্ত্তা পাই।
সভাক লাঞ্ছনা বহু কৰিলন্ত যাই॥
দক্ষৰো চিণ্ডিলা মুণ্ড আনকো মাৰিলা।
মন দুখে আপোনাৰ থানক আসিলা॥
সতীৰ সমান প্ৰিয় আন নাহি কেৱ।
এহি হেতু বিষাদ কৰন্ত মহাদেৱ॥
অসাৰ সংসাৰে বিষৈ মিছা মানিলন্ত।
কৃষ্ণক চিন্তিয়া চিত্ত দৃঢ় কৰিলন্ত॥
সেহি বেলা দৈত্যে জিনি লৈলা অমৰাৱতী।
দেৱতাগণৰ দুখ মিলিলা বিপত্তি॥
পাছে গুৰু বৃহস্পতি বুলিলন্ত বাণী।
মহেশৰ পুত্ৰে হৈব কাৰ্ত্তিক যৈসানি॥
তাহাৰ হাতত দানৱৰ হৈব মাৰ।
থাকিয়ো নিৰ্ভয়ে দেৱ কহিলোহো সাৰ॥
হেন শুনি মহাৰঙ্গ দেৱৰ মিলিল।
হৌক পুত্ৰ বুলি সবে আশীৰ্ব্বাদ দিল॥
ভাৰ্য্যা নাহিকন্ত পুত্ৰ হৈব কেন মতে।
এহিবুলি দেৱগণে চিন্তিয়া মনতে॥
মহেশৰ পাশক গৈলন্ত দৰদৰি।
কৰিলন্ত স্তুতি নতি দণ্ডৱতে পৰি॥

নমো ত্রিনয়ন ত্রৈলোক্যৰ অধিকাৰী।
নমো নমো শঙ্কৰ সবাৰে অধিকাৰী॥
নমো সংহাৰক মূৰ্ত্তি অদ্ভুত যাহাৰ।
তোমাৰ চৰণে দেৱতাৰ নমস্কাৰ॥
কৰিল অনেক স্তুতি-নতি নম্ৰভাৱে।
পদ বাহুইলক ভয়ে নকৈলো স্বভাৱে॥
তথাপি শঙ্কৰে তাক নকৰে গ্ৰহণ।
জানিলা দেৱতাগণে তাহাৰ কাৰণ॥
হৰি মূৰ্ত্তি শঙ্কৰ কন্যাত নাহি মন।
কিমতে হৈবেক আৰ দুখ নিবৰ্ত্তন॥
এহি শুনি দেৱে গৈলা কামৰ নগৰ।
প্ৰবেশি আশ্বাসবাণী বুলিল বিস্তৰ॥
শুনা কামদেৱ আমাসাৰ চিন্তা হিত।
তযু পাঞ্চবাণে শঙ্কৰৰ মথা চিত॥
যিমতে কন্যাক বিহা কৰে ত্ৰিপুৰাৰি।
হেন শুনি কামে লৰিলন্ত কাচি পাৰি॥
ছয় ঋতু পাঞ্চবাণ কামৰ লগত।
লৰিল সঙ্গৰ প্ৰজা আগত পাচত॥
কেৱলে ৰহিল নগৰত ৰতি সতী।
তাহাক্কো হৰিলে আসি সম্বৰ দুৰ্ম্মতি॥
দেৱগণ সমে গৈয়া কাম ধনুৰ্ধৰ।
শঙ্কৰক লাগি হানিলন্ত কাম শৰ॥
কৃষ্ণত সমাধি ধৰি আছন্ত শঙ্কৰ।
তথাপি হৃদয়ে ফুটিলন্ত কাম শৰ॥
মেলিয়া নয়ন তিনি ক্ৰোধ মনে চাইল।
দেৱগণে সহিতে কামক ভেট পাইল॥

হৰৰ নয়ন-বহ্নিত কাম ভস্ম

দৰ্শন মাত্ৰকে কাম ভস্ম তেতিক্ষণে।
হৰক কৰিলা স্তুতি-নতি-দেৱগণে॥

পাৰ্ব্বতীৰ বিবাহ, কাৰ্ত্তিক-গণপতিৰ জন্ম আৰু দৈত্যৰ পৰাজয়

পাৰ্ব্বতীক বিহা পাছে কৰিলা শঙ্কৰে।
কাৰ্ত্তি-গণপতি পুত্ৰ ভৈল অনন্তৰে॥
দৈত্যক জিনিয়া দেৱতাক ৰাজ্য দিল।
তেৱে দেৱতাৰ সৱে দুৰ্গতি খণ্ডিল॥
হৰৰ দৃষ্টিত কাম বীৰ ভস্ম ভৈল।
হৃদিপুৰে দুসঙ্গ নগৰে বাসা লৈল॥

দুসঙ্গ নগৰত কামৰ বসতি

সেহিকালে মহামোহে কামক লভিল।
সমস্তে জীৱৰ হৃদয়তে বাসা দিল॥
কামৰ সমান বীৰ একো থানে নাই।
মহামোহ নৃপতিৰ তিনিয়ো সহায়॥
বিৱেক বদতি ধৈৰ্য্য জানা সেহি ধৰি।
কামৰ বাহুয় বল ৰস পান কৰি॥
কাম বীৰে মহেশৰ এহি ছিদ্ৰ পাইল।
তাতেসে হৰক নিয়া গাছে সাবটাইল॥
হেনয়ে বলীষ্ঠ বীৰ কাম দুৰাচাৰ।
সমুখ সমৰে তাক কোনে দিবে ধাৰ॥
ৰাজাৰ বচন শুনি ধৈৰ্য্য মন্ত্ৰীবৰ।
প্ৰণামিয়া কৰজোৰে দিলন্ত উত্তৰ॥

ধৈৰ্য্য বীৰৰ নিজ শক্তিৰ বৰ্ণনা

যিটো কাম মহা বীৰে ব্ৰহ্মাকো জিনয়।
তথাপিতো তাক কিছু নকৰোহো ভয়॥
কৈত শুনি আছা ৰাজা মহামেৰু গিৰি।
বিচনীৰ বাৱে তাক লৰাইবাকে পাৰি॥
কৃষ্ণ দেৱতাৰ পদ প্ৰসাদৰ সক্তে।
কাম কোন বস্তু মায়া জিনি আছে ভক্তে

ধৈৰ্য্যৰ বচন শুনি বিৱেক মহন্ত।
ক্ষমাশীল বীৰক মাতিয়া প্ৰবোধন্ত ॥
শুনিয়োক ক্ষমাশীল মন্ত্ৰী মহাশয়।
ক্ৰোধ মহাবীৰক দেখন্তে লাগে ভয় ॥
অগ্নিশৰ হানিয়া কৰাৱে অন্ধকাৰ।
যাহাৰ ভয়ত ত্ৰিভুবনে চমৎকাৰ ॥
দুৰ্ব্বাসাক বলে ধৰি দিলে মহাদুখ।
হেনয় বীৰক কোনে হৈবাহা সমুখ ॥
যদি অগ্নি হানে ক্ৰোধে পৰম প্ৰচণ্ড।
বৰুণৰ শৰে কৰিবোহো খণ্ড খণ্ড ॥
হেন জানি ৰাজা মনে নকৰিবা দুখ।
ক্ৰোধক লাগিয়া মঞি হৈবোহো সমুখ ॥
তুষ্টি বীৰৰ শক্তি বৰ্ণনা
ক্ষমাৰ বচন শুনি ৰঙ্গে নৃপবৰ।
তুষ্টিক চাহিয়া পাছে দিলন্ত উত্তৰ ॥
শুনা তুষ্টি মন্ত্ৰী তুমি বচন আমাৰ।
মোহ নৃপতিক পাইলো মহা বলীয়াৰ ॥
সংসাৰ ভিতৰে যাক সম নাহি কয়।
সিদ্ধমুনি সকলৰো জিহ্বাত ধৰয় ॥
তিতা মিঠা স্বাদ বলে বান্ধিলে সবাক।
সমুখ সমৰে কোনে যুদ্ধ দিবা তাক ॥
বিৱেকৰ বচন শুনিয়া মন্ত্ৰীবৰ।
দাণ্ড কৰ কৰি তুষ্টি দিলন্ত উত্তৰ ॥
শুনিয়ো ইন্দ্ৰিয় পতি মোৰ যেন কক্ষা।
লোভক সমৰে মঞি নকৰিবো ৰক্ষা ॥
দশদিগপালে যদি আসিয়া ৰাখয়।
তথাপি মাৰিবো তাক কহিলো নিশ্চয় ॥

তুষ্টিৰ বচনে তুষ্ট ভৈলন্ত নৃপতি।
অনন্তৰে বোলন্ত শুনিয়ো বিৰকতি ॥
মোৰ মহামিত্র তুমি পৰম সহায়।
তোমাতেসে গহে আছো নৃপতি বোলাই ॥
মোহ নৃপতিৰ পাত্র শব্দ নাম যাৰ।
চৈধ্যয় ভুবন জিনি আছে চুৰাচাৰ ॥

বিৰকতি বীৰৰ নিজ শক্তিৰ বৰ্ণনা

মোহ পাশ ডোৰে বৈষ্ণৱকো নেৰে লাগ।
হেনয় বীৰক কোন জনে হৈবা আগ ॥
হেন শুনি বিৰকতি মাতে ধীৰে ধীৰে।
কি কৰিতে পাৰে মোক তাৰ মোহ বীৰে ॥
যদি মোহ ক্ষেত্ৰ হয় জগতে বিজয়।
তোমাৰ প্রসাদে মাথা ছেদিবো নিশ্চয় ॥
এহিবুলি ৰহিলা ভকত বিৰকতি।
চাৰিৰো শুনিলা ৰাজা বচন সম্প্রীতি ॥
মহাৰঙ্গ পায়া পাছে ৰাজা নৰোত্তম।

বিৱেক ৰজা'ৰ দ্বাৰা ভক্তি ৰহস্য ব্যাখ্যা

কহিলা ৰহস্য মহা ভকতি উত্তম ॥
হৰি পদ সেৱা নাম কৱচ দিলন্ত।
কৱচ মন্ত্রৰ ৰহস্য বিৱেকে কহন্ত ॥
পূৰ্ব্বে দাতা দেৱ ভগৱন্ত নিগদতি।
যদুৰাজা নিস্তাৰিলা এহিসে ভকতি ॥
পিঙ্গলা বেশ্যায়ো মুক্ত ভৈলা যিটো জ্ঞানে
তাহাকো কহিবো তুমি সৱ বিদ্যমানে ॥
ইতিহাস দিয়া দেখাই ব্রহ্মক প্রবন্ধে।
উদ্ধৱত কৈলা কৃষ্ণে একাদশ কন্ধে ॥
আধিভূ আধিদৈৱ আধ্যাত্মিক তাপে।
মুছুইবে সবাকে যেন তাৰ দোষ পাপে ॥

ধৰ্ম্ম অৰ্থ কাম মোক্ষ বেদৰ মধুৰ।
নিৰ্গুণত থাকিবাহা তাক কৰি দুৰ ॥
ৰাম কল্পতৰু মূলে থাকিবা বসিয়া।
কি কৰিব ধৰ্ম্মৰাজা আপুনি আসিয়া ॥
বিবেক নগৰে আমি প্ৰধান নৃপতি।
যত্নবৰ গুৰু পায়ে কৰোহো ভকতি ॥
সেব্য সেবকৰ কদাচিতো নাহি দুঃখ।
কালচক্ৰে পাই কৰে সমুখ বিমুখ ॥
যেন গৃহস্থীক পত্নী কৰয় আকুল।
ধৰ্ম্মক ঠেলিয়া ৰাখে অধৰ্ম্মৰ মূল ॥
ক্ষৰ পদে ইটো দেহ বিবেক নগৰ।
ইসেনন্ত হুই জীৱ গুটি স্থিৰতৰ ॥
ৰূপ ৰস গন্ধ পৰ্শ শব্দ পাঞ্চ বাণে।
এগোটা বাণৰ চোটে ফুটে মৰ্ম্মস্থানে ॥
ৰূপত পতঙ্গ গজ পৰ্শে মৃত্যু হয়।
গন্ধত ভ্ৰমৰ নাশ ৰসে মৎস্য ৰয় ॥
শব্দত হৰিনাম অৰি যাই যমালই।
এহি পাঞ্চ গোটা বাণ স্ত্ৰীতে থাকই ॥
সিটো সুমুহিবে পুৰুষক নাৰী এথা।
সবাতো কৰিয়া শ্ৰেষ্ঠ ভাগৱত কথা ॥
বিবেক নগৰে সৈন্য যত শত্ৰুগণ।
সবাতো অধিক দুষ্ট চন্দ্ৰবংশী মন ॥
শত্ৰুতো অধিক চিন্তা আছে মন ভাই।
ইহাঙ্ক বধাইবে মঞিঁ নেদেখো উপায়
সিটো পাপ কৰ্ত্তৃক পৰ্ব্বত কুটা প্ৰায়।
নামাগ্নি বায়ুয়ে পাই কৰিবেক ছাই ॥

চতুৰ্ব্বিংশ গুৰুত লভিলা যিটো জ্ঞান ॥
উদ্ধৱ বন্ধুত কৃষ্ণে কৈলা বিদ্যমান ॥
পূৰ্ব্বত অনেক জ্ঞান মোক দিলে আনি ।
কাহাকো নলৈলো মঞি অশাশ্বত জানি
কেৱলে মনুষ্যতনু ভকতিৰ পাত্ৰ ।
ইহাতে নিশ্চয় কৰি ৰহিলোহো মাত্ৰ ॥
যদুবৰ গুৰু কৃষ্ণ মঞি জীৱ ৰাম ।
তোৰা দশ দিগপাল আমি নিজ ধাম ॥
সৱে মিলি ভগৱন্ত নিজ পিতৃ ভজি ।
সৎসঙ্গে কৃতাৰ্থ সাধো নাম মন্ত্ৰে যজি ॥
যাৰ যিবা স্বধৰ্ম্ম সাধিয়ো নিজ কাৰ্য্য ।
প্ৰথমে শৰণ বাক্যে কৈলা যদুৰাজ ॥
মস্তকৰ পৰা নমাই দুই পাদ পৰ্য্যন্তে ।
সবে খানি সমৰ্পিলা পাৱে ভগৱন্তে ॥
আকো ব্যৰ্থ কৰা মিছা বিষয়ক লাগি ।
তোমাসাৰ সঙ্গত আমিয়ো মন্দভাগী ॥
ভাৰত ৰত্নৰ দ্বীপ মনুষ্য শৰীৰ ।
মনেন্দ্ৰিয় বায়ু পাই কৰিলে অস্থিৰ ॥
এহিমতে বিৱেক নগৰে বহু বাদ ।
শুনি যদুবৰ গুৰু দিলা আশীৰ্ব্বাদ ॥
ধন্য ধন্য জীৱ আত্মা মোৰ নিজ দাস ।
পৰম ৰহস্য কথা কৰিলা প্ৰকাশ ॥
যাতো মোৰ নিজ অংশ বিৱেকৰ পতি ।
শত্ৰু মিত্ৰ সবাকো কৰাইলা এক মতি ॥
নৰ জনে পাইবাৰ এহিসে প্ৰয়োজন ।
বিৱেকপুৰৰ প্ৰজা হৌক সচেতন ॥

তেবেসে কৃষ্ণৰ পাইবে অভয় চৰণ।
স্বৰূপ কহিলো ইটো ৱেদৰ বচন॥
মজিয়া ৰহোক মন গুৰুৰ চৰণে।
ভকতি আনন্দ ৰসে ডুব দিয়ো ঘনে॥
ৰাম কৃষ্ণ নাম তেজি নমৰ গৰলে।
পান কৰা অমৃতক যাৰ ভাগ্য বলে॥
সহস্র বয়ন আদি ব্রহ্মা ত্রিনয়ন।
নাৰদ প্রমুক্ষে আনো যত মুনিগণ॥
সনকাদি সিদ্ধে থাকে হৃদয়ে ভাবিয়া।
জপে ৰাম নাম মহা যোগক জানিয়া॥
ৰাম নামে মূল মন্ত্র অমূল্য ৰতন।
চাৰিয়ো বেদৰ সাৰ কৃষ্ণৰ বচন॥
বেদপাল গোপালত ভকতি মাগিয়া।
যদুমণি পাৱে ৰতি পিৰিতি লাগিয়া॥
অভেদ সন্নহা ইটো গাৱত চড়াই।
দুসঙ্গৰ সেনা মানে ভয়তে ডৰাই॥
সৎসঙ্গৰ সৈন্য মাজে ৰৈবা একমতি।
হৰিক সহায় লই তৰিয়ো দুৰ্গতি॥
অবিদ্যা আন্ধাৰ নাশিবেক দিব্য জ্ঞানে।
চৈধ্যয় ভুবন দেখিবাহা বিদ্যমানে॥
এহি বুলি মৌন ভৈল বিৱেক মহন্ত।
ৰাজাৰ আজ্ঞাত বীৰগণ ৰহিলন্ত॥
ধৈৰ্য্য ক্ষমা দায়া তুষ্টি মোক্ষ আনো বীৰ।
আপোনাৰ সেনা সৈন্য কৰিলন্ত থিৰ॥
অস্ত্র শস্ত্র ধৰি সৱে যুদ্ধক আকলি।
নগৰ ৰাখিয়া ৰাজা ৰৈলা মহাবলী॥

ধৈৰ্য্য, তুষ্টি, ক্ষমা, দয়া আদি বীৰৰ দ্বাৰা বিৱেক নগৰ ৰক্ষা

নমো নমো কৃষ্ণ মোক কৰিয়ো নিস্তাৰ ।
অপাৰ সংসাৰে মজি আছো দুৰাচাৰ ॥
ব্ৰহ্মাৰ বাঞ্ছনি তনু ব্যৰ্থ গৈলা আয়ু ।
কৈত কেতিক্ষণে ছুটে ইটো প্ৰাণ বায়ু ॥
আউৰ কোন জন্মে আসি নৰ তনু পাইবোঁ ।
তোমাত ভকতি কৰি তযু গুণ গাইবো ॥
ইটো আশা দূৰে মোৰ এহি জন্মে গৈল ।
তোমাৰ ভৃত্যৰ ভৃত্য সঙ্গতি নভৈল ॥
মায়াৰ ৰচনা যত তিলে হৈব ছন্ন ।
তাহাতে আকুল হুয়া হৰাইল চেতন ॥
কত কোটি পুণ্য ফলে নৰতনু পাইলো ।
দিনে আলে জালে ব্যৰ্থ জনম গৱাঁইলো ॥
তাকে জানি তাৰিয়ো তৰিয়ো লৈয়া নাম ।
ভণে ৰামানন্দে ডাকি বোলা ৰাম ৰাম

দুলড়ী ॥

শুদ্ধ নিগদতি ইন্দ্ৰি অধিপতি
শুনা আৰু পাচ কথা ।
তমৰ মুখত শুনি গৰিহিত
মোহে যি বুলিলা তথা ॥
দুৰন্ত চিন্তায়ে হৃদয় ভেদিল
সুখ শান্তি তাৰ নাই ।
পাছেঁ আপোনাক দঢ়াই কতো বেলি
থিৰ কৰিলন্ত কাই ॥
কালক মাতিয়া বুলিলন্ত পাছে
সাধিয়ো কাৰ্য্য আমাৰ ।

বিবেক নগৰ আক্ৰমণ কৰিবলৈ মহামোহৰ দ্বাৰা নিৰ্দ্দেশ

ভৈৰবী কন্যাৰ সঙ্গে তুমি গৈয়া
বিৱেকৰ ৰাজ্য মাৰ ॥
ধৰ্ম্ম অৰ্থ কাম সাৰক টানিয়া
অক্ষয় ভোগক দিবা ।
ভোগ্য ক্ষয় হৈলে তুমি কালে ধৰি
নৰকক লাগি নিবা ॥
ব্ৰহ্মাৰ থানৰ পৰা অধিকাৰ
আনিবা তুমি নিশ্চয় ।
কৰ্ম্মক বোলয় আমি বিদ্যমান
নকৰিবা কাকো ভয় ॥
কৰ্ম্মে জনমাইবা কালে সংহাৰিবা
তৰু তৃণ আদি কৰি ॥
অষ্টাদশ লক্ষ জন্ম ধৰাইবাহা
বৈকুণ্ঠ পয়ান ধৰি ॥
এহি বুলি ৰাজা দুই হাতো বুলিলা
আলিঙ্গি সৎকাৰ কৰি ।
কৰিলো আদেশ চলিয়ো যুদ্ধক
নকৰিবা পাচ ভৰি ॥
তোমাৰ লগত বহু সৈন্য জাউক
হাতে লৈয়া ধনু বাণ ।
হয় হস্তী ৰথ পদাতি কটক
পাতিয়োক ব্যুহ খান ॥
এহি বুলি ৰাজা কামকো আদেশ
কৰিলা আতি প্ৰচণ্ড ।
কামৰ পদাতি সাগৰ সঙ্কাশ
দলদোপ মহীখণ্ড ॥

যেতিক্ষণে বীৰ যুদ্ধক লবিল
অমঙ্গল মিলি গৈলা।
তথাপিতো কিছু ভাল মন্দ চাই
মনত পাপী নলৈলা॥
যাক ঈশ্বৰৰ ভণ্ডিবাৰ চিত্ত
কুমতি বঢ়ায়ে নিত্য।
অনিহিতে হিত হিতে অনিহিত
তাহাৰ মৃত্যু সম্বিত॥
আক জানে যিটো গম্ভীৰ মন্ত্রীয়ে
কার্য্যক আলম্বি থাকে।
আপদ কালত ধৈর্য্য মহৌষধি
ফুৰে কাল চক্র পাকে॥ ৩৩৭

পদ॥

প্রথমে আসিলা খেদি ক্রোধ অগিআন।
ক্ষমাশীল বীৰক হানিলা এক বাণ॥
অহঙ্কাৰ চাণ্ডাল আসিল খেদি বেগে।
বৰুণৰ বাণ হানিলন্ত সেহি ছেগে॥
ক্রোধৰ লগত ক্ষমাৰ যুদ্ধ
পথতে কাটিয়া শৰ ক্ষমা ৰঙ্গ ভৈলা।
দেখি ক্রোধে বিকর্থনা শৰ তুলি লৈলা॥
মহাছোটে হানিয়া ক্ষমাক কদৰ্থিল।
সহন শকতি শৰে বক্ষ মাজে ছেদিল॥
শৰ ছন্ন দেখি ক্রোধে দুগুণে জ্বলিল।
অগনিৰ শৰ আনি গুণত যুৰিল॥
কর্ণমানে ধনু টানি বলে হানিলেক।
গিৰ গিৰ শব্দ কৰি অগ্নি জ্বলিলেক॥

স্বৰ্গক লম্ভিবল যেন প্ৰলয়ৰ জুই।
পলায়য় প্ৰজাগণ মহা ভয় হুই॥
ত্ৰিদশে বোলয় আজি প্ৰলয় মিলিল।
হৰি হৰি ক্ষমাশীল বীৰ সে নাশিল॥
ক্ৰোধৰ দাৰুণ অগ্নি শৰ আসে ধাই।
ক্ষমাজল সাগৰত পৰিয়া সুমাই॥
ক্ষণেকতে নিশব্দ ভৈলা অগ্নিশৰ।
দেখি মহাক্ৰোধ ভৈলা লজ্জিত বিস্তৰ॥
জঙ্কাৰয় মাথা গোট বিজুলী সঞ্চাৰে।
ঘনে ঘনে মদ্য পান কৰে দুৰাচাৰে॥
গৰ্ব্ব অহঙ্কাৰ বাৰ তাহাৰ লগৰ।
সৱে ক্ৰোধে সুৰাপান কৰে বাৰম্বাৰ॥
আছে তাৰ সৈন্য যত সুৰা লাগি গাৱে।
আপোনাক আপুনি প্ৰহাৰে শক্ৰ ভাৱে॥
নানা মতে গালি পাৰি অহঙ্কাৰ কৰি।
তথাপি ক্ষমায়ে জিনে নানা স্তুতি কৰি॥
যদি কিল ভুকু মাৰে তথাপি সহয়।
ধৰ্ম্মক ৰাখিয়া প্ৰতি কাৰণ সাধয়॥
ভৃগুৰ প্ৰহাৰে কৃষ্ণদেৱ নটলিল।
সমস্তে দেৱতে শ্ৰেষ্ঠ কৰিয়া মানিল॥
তাহান সেৱক যিটো সিমত স্বভাৱ।
মহত্ত্ব পীড়াতো নকৰয় পৰাভৱ॥
কাটিবো বুলিয়া খেদি আসে খাণ্ডা ধৰি।
সতকাৰ কৰি মাতে হাতজোৰ কৰি॥
মহাশক্ৰ বুলি ক্ৰোধে খেদিয়া আসয়।
দুখ পাইলা বুলি সৎকাৰ কৰয়॥

সিবেলা ক্রোধৰ টোনে পাইলে যত শৰ
ক্ষমাক লাগিয়া প্ৰহাৰিলা নিৰন্তৰ ॥
ক্ষমা গুণে সমস্তকে নির্য্যান কৰয় ॥
ক্ষমা অন্তপুৰ শৰ নাহি পৰাভৱ ॥
ক্ষমাক নোঞাঁৰি ক্রোধে তৰিলেক দান্ত।
প্ৰচণ্ড অগনি যেন জলে কৈলা শান্ত ॥
ক্ষমাৰ ভৈলেক জয় ক্রোধে ভঙ্গ পাই।
পৰিয়া থাকিল বীৰ মুষৰ্কঁ পৰাই ॥
যুদ্ধ জিনি ক্ষমা বীৰে ক্রোধক বোলয়।
মিছাত লভিলা দুখ কিয় মহাশয় ॥
ক্রোদ্ধ মূর্ত্তি চাণ্ডালক সহন নযাই।
তাহাৰ বলত তুমি কৰা মুনিষাই
শুনিয়োক ক্রোদ্ধ কহো তোমাৰ আগত।
আছিলন্ত অম্বৰীষ নৃপতি পূর্ব্বত ॥

অম্বৰীষ আৰু দুর্ব্বাসা ঋষিৰ বৃত্তান্ত

বিষ্ণু ভক্ত নৱ বিধ ভক্তি আচৰন্ত।
তাহাৰ পাশক ঋষি দুর্ব্বাসা গৈলন্ত
স্বধর্ম্মক খলনক কৰিবাক প্ৰতি।
আসিলা দুর্ব্বাসা ঋষি পৰম দুৰ্ম্মতি ॥
ধৰ্ম্ম পথ নাচাই ঋষি ৰাজাক শপিল।
ভক্ত দ্রোহ পাপ আসি তেখনে মিলিল ॥
কৰিলেক দ্রোহ নুগুণি আগ পাছ।
ভ্ৰময় জলত যেন বিষ লগা মাছ ॥
মাধৱৰ চক্রে তাপ দেই শৰীৰত।
নুগুচিল ভয় সত্য কৈলাস পুৰত ॥
ক্রোধ কৰি দুর্ব্বাসাৰ সুখ শান্তি নাই।
যৈক যাই তৈকে লাগি চক্রে খেদি যাই ॥

বৈকুণ্ঠপুৰত গৈয়া প্ৰবেশিলা পাছে।
মাধৱ সহিতে যৈতে লক্ষ্মী মাৱ আছে ॥
দেখিঁয়া দুৰ্ব্বাসা পাছে কৃৰজোৰ কৰি।
বোলন্ত ৰাখিয়ো মোক চক্ৰ ক্ষমা কৰি ॥
অৱনত ভাৱে পৰি প্ৰণাম কৰিল।
বৈকুণ্ঠৰ নাথে পাছে ঋষিক বুলিল ॥
শুনিয়ো দুৰ্ব্বাসা মঞি ভকতৰ বশ্য।
মুহিকো স্বতন্ত্ৰ ঋষি কহিলো ৰহস্য ॥
সাধু মহন্তৰ হৃদয়েসে মোৰ ঠাই।
ভকতৰ পৰে মোৰ আন প্ৰিয় নাই ॥
অম্বৰীষ জানিবা সুহৃদ ভক্ত মোৰ।
তাহান দোষক তুমি আচৰিলা ঘোৰ ॥
তাহান পাশক শীঘ্ৰে বেগে যোৱা ধাই।
তেবেসে তোমাৰ চক্ৰ তাপ হুইব ঠাই ॥
হেন শুনি ঋষি পাছে গৈলা বেগ ধৰি।
ৰাজাক বুলিবে লৈলা কৃতাঞ্জলি কৰি ॥
জানিলোহো ৰাজা মোৰ তোমাত বিনাই।
নাহি আন স্থানে দেখো তৰণ উপাই ॥
নাজানি কৰিলো দোষ ক্ষমিয়োক মোক।
চক্ৰ তাপে প্ৰাণ যাই ৰক্ষা কৰিয়োক ॥
তুমি সম ভক্ত ৰাজা নাহি ত্ৰিভুৱনে।
জগততে ভৰিল তোমাৰ যশ-গুণে ॥
সৰ্ব্ব গাৱ পুৰি মৰো চক্ৰৰ তাপত।
জীৱ ৰাখি দিয়ো মোক নিৰ্ভয় মনত ॥
হৰিতো অধিক তুমি আবেসে জানিলো।
ৰাখিয়ো অভয় দিয়া শৰণে পশিলো ॥

হাতে দান্তে তৃণ ধৰি কৰয় কাতৰ।
দেখিয়া ৰাজাৰ দায়া মিলিলা বিস্তৰ ॥
এড়াইলা চক্ৰৰ ভয় পাছে ঋষিবৰে।
ৰাজাক প্ৰশংসা কৰি চলি গৈলা ঘৰে ॥
এহিমতে যাৰ যিটো দ্ৰোহ আচৰয়।
সেহিজনে ক্ষমিলে কুশল তাৰ হয় ॥
এহি জানি ক্ষমাশীল ধৰ্ম্ম ধৰিয়োক।
ক্ৰোধ অহঙ্কাৰ তেজি হৰিঁ ভজিয়োক ॥
ইহ পৰলোকে নাহি দ্ৰোহীৰ কল্যাণ।
অম্বৰীষ দুৰ্ব্বাসাতে লৈয়োক প্ৰমাণ ॥
নিজ আয়ু শ্ৰী যশ যতেক কলাণ।
বৈস্টৱ বিৰুধে কৰে সমস্তে নিৰ্য্যান ॥
হেন জানি দুৰ্জ্জনে শুনিয়ো হিত বোধ।
বৈষ্ণৱকো নকৰিবি কিঞ্চিতো বিৰোধ ॥
পাছে ক্ৰোদ্ধে যুদ্ধ হাৰি পায়া মহাভয়।
ক্ষমাৰ মুখত শুনি যুক্তি কথাচয় ॥
নিবৰ্ত্তি গৈলেক পাছে আপোনাৰ ৰাজ।
মোহ নৃপতিত নিবেদিলা যত কাজ ॥
হেন শুনি মোহে পাছে নকৰিলা কোপ
ক্ষমাশীল সাধুভাৱে তেজিলা আক্ষেপ ॥
মুখত মধুৰ খানি হৃদয়ত খুৰ।
যুদ্ধত হাৰিয়া মিছা চেষ্টাৱয় ক্ৰুৰ ॥
দুৰ্জ্জনৰ মন শান্ত কৰাইবাক টান।
অন্তৰে পাথৰ মুখে ভাগৱত জ্ঞান ॥
বাজে আভ্যন্তৰে যাৰ মন হৱে শুদ্ধ।
কদাচিতো নকৰয় পাচত বিৰুদ্ধ ॥

হেন জানি দুৰ্জ্জনক দিব হৰি দুখ।
ভকতৰ মিলে প্ৰেমানন্দ মহা সুখ॥
কায় বাক্য মনে লৱে হৰিত শৰণ।
বিষয়ৰ আশা কিছু নকৰে যতন॥
ইন্দ্ৰি বৃত্তি দূৰ কৰিয়া ৰহয়।
শত্ৰু মিত্ৰ সম দেখে দ্বেষ্য নোপজয়॥ হিংসা
পৰম বিবেকী সেহি জন শুদ্ধাশয়।
যৈকে যাই তৈতে সৰ্ব্বজনে সুমৰয়॥
যৈতে থাকে হৰি ভক্ত উদাৰ চৰিত্ৰ।
কীট পতঙ্গকো তথা কৰয় পবিত্ৰ॥ ৭১৩

ছবি॥

ক্ৰোধ বীৰ যুদ্ধ হাৰি মোহৰ আগত গৈয়া
কহিলা সমস্তে যেন কাজ।
ক্ষমাক নপাৰি ৰণে মহা লাজ ভৈলা মনে
যেন যুৱাই চিন্তা মহাৰাজ॥
শুনি মোহ নৃপতিৰ হিয়াত লাগিল জুই
সিংহাসনে মূৰ্চ্ছা গৈলা পৰি।
সবল বৃক্ষক যেন বায়ুয়ে উভাৰি বলে
পৃথিবীত পৰিল উভৰি॥
কতো ক্ষণ মনে থিৰ হুয়া পাছে মহা বীৰ
শোকতে দেখিলা অন্ধকাৰ।
ক্ৰোধৰ পৰাজয়ত মহামোহ ৰজাৰ আক্ষেপ
গুণি চাৱে মোৰ যত দাস দাসী হস্তী ৰথ
আৱেসে হৰাইল ৰাজ্য ভাৰ॥
যিটো ক্ৰোদ্ধ মহাবীৰ সমৰত বলীয়াৰ
যাক সম নাহি ত্ৰৈলোক্যত।

ব্ৰহ্মা ৰুদ্ৰ দেৱতাক বাৰে বাৰে জিনি আছে
হেন বীৰক হাৰিল ৰণত ॥
যত আছে সদ কৰ্ম্ম তীৰ্থ ব্ৰত তপ ধৰ্ম্ম
যাগ যোগ স্বধৰ্ম্ম সন্ন্যাস ।
দেৱ পিতৃ যজ্ঞ দান কোনে ভঙ্গ কৰাইবেক
কাহাত কৰিবো মই সাস ॥
এহি বুলি মহামোহ বিস্তৰ ক্ৰন্দন কৈলা
শুনি সৱে নিশবদী ভৈলা ।

লোভৰ যুদ্ধলৈ যাবলৈ প্ৰতিজ্ঞা

পাছে লোভ অগিআন অগ্নিসম জ্বলি গৈলা
নৃপতিক বুলিবাক লৈলা ॥
শুনিয়োক মহাৰাজ এৰা ইটো চিন্তা কাজ
নুহি ইটো দুখৰ সময় ।
আমি বিদ্যমানে তুমি কাক তুমি শঙ্কা কৰা
কোন খানে আছে তয্‌ ভয় ॥
বৈকুণ্ঠ পৰ্য্যন্ত কৰি জীৱক আনিবো ধৰি
ধন স্ত্ৰীৰ লোভক দেখাই ।
ব্ৰহ্ম বধ সুৰাপান অগম্যা গমন আদি
ৰাজদ্ৰোহ কৰাইবোহো যাই ॥
মিত্ৰ দ্ৰোহ আদি পাপ কৰিব লোভত থাকি
তিতা মিঠা স্বাদত লাগিয়া ।
জিতেন্দ্ৰিয় সকলৰো জিহ্বাত ধৰিয়া আছো
তাকে জানি থিৰ কৰা হিয়া ॥ ৪২১

## দুলড়ি ॥

ভৈৰৱী কন্যাকৈ মহামোহৰ নিৰ্দ্দেশ

লোভৰ বচন শুনি মহামোহে
মনে মহা ৰঙ্গ ভৈলা।
লোভক সৎকাৰ কৰিয়া ভৈৰৱী
কন্যাক বুলিবে লৈলা ॥
শুনিয়ো ভৈৰৱী স্নেহৰ দুহিতা
চিলনী বেশ ধৰিয়ো।
মায়ায়ে হিয়াত পশি বিবেকৰ
শ্ৰদ্ধাক দূৰ কৰিয়ো ॥
যেন মতে তান কৰুণা নোপজে
দায়া যেন নলাগয়।
তিনি গুণ বৃত্তি অস্ত্ৰ প্ৰহাৰিয়া
ভোগ্যে যেন মন ৰয় ॥
এহিমানে কাম কৰিয়ো ভৈৰৱী
মোৰ আজ্ঞা মনে ধৰি।
তুমি চলা লোভ ভৈৰবী সহিতে
নকৰিবা পাচ ভৰি ॥
লোভৰ কথাক থৈলো এহিমানে
ভৈৰবী যেন কৰিল।
ৰক্ত পিত্ত ৰূপ ধৰি চমৎকাৰ
বিবেক আগে ৰহিল ॥
অনেক নিষ্ঠুৰ বাক্যক ৰচিয়া
ৰাজাক বুলিলা চাই।
কত জনমৰ ফলে পুণ্য কৰি
পায়াছা মানবী কাই ॥

আপোনা সদৃশ ঘটিয়ো সুন্দৰী
ক্রীড়া কৰি থাকা চাই।
সভার্য্যে গৃহৰ সাধিয়োক প্রীতি
পাছে ভোগ্য কৰা যাই ॥
ব্রহ্মা ইন্দ্র পদ লভিবাহা সুখ
ইহলোকে সাধা সিদ্ধি।
পূর্ব্বে ইটো কথা মোহোৰ আগত
কহিয়া আছন্ত বিধি ॥
বিধাতাৰ বাণী জানি মহামানী
নেৰিবা তাক সদাই।
কাল মূর্ত্তি মায়া ৰূপে প্রবেশিলা
বিবেকপুৰত যাই ॥
হেন মন্দ বাণী বিবেকে অন্তৰে
লোভৰ কথা জানিলা।
শোভন দৃষ্টিয়ে তুষ্টিক চাহিয়া
মাতি উপদেশ দিলা ॥
শুনা তুষ্টি ভাই মোহ দূতে পাই
নকৰন্তে লটিঘটি।
ভজিবাহা হৰি মনে দৃঢ় কৰি
উলটি যাউক কপটি ॥
ভাৰতত যাই নৰ নৌকা পাই
হেলা তাত সুযুৱাই।
যমৰ কিঙ্কৰে ক্ষেণেকে নিবেক
কেনে আছা বাট চাই ॥
কাচ নৌকা খানি ৰাম ৰত্নমণি
বেসায়ো যতন কৰি।

বাণিজ মাধুৰী এৰিয়া চাতুৰি
জানি নিয়ো নাৱ ভৰি ॥
নকৰা বিফল জন্মৰো সাফল
আত একো দুখ নাই।
নামে ৰতি সুখ পাইবা তেজি দুখ
প্রেমানন্দ পদ পাই ॥
সেহি পদ ৰেণু ব্রহ্মায়ো প্রার্থন্ত
জানিয়া তুষ্টি ধৰিয়ো।
মোহোৰ বচনে গৈয়া এতিক্ষণে
দুই হাঙ্কো ৰণে জিনিয়ো ॥

কবিৰ প্রার্থনা

নমো নাৰায়ণ পশিলো শৰণ
অৰুণ পদ যুগল।
তিনি তাপময় সংসাৰ নিকাৰ
দূৰ কৰা কৰ্ম্মফল ॥
তোমাৰ মায়ায়ে আমাক মুহিয়া
আছয় হৰি সমুলি।
কাকূতি কৰিয়া ধৰো চৰণত
নিয়ো সংসাৰৰ তুলি ॥
সভাসদ লোক কৃপা কৰি মোক
দোষচয় পৰিহৰি।
অনন্ত চৰিত্র গহন অৰ্থক
জানিবোহো কেন কৰি ॥
তথাপি কিছু যিখানি জানিলো
পূর্ব্বাপৰ শাস্ত্র চাই।
বৃষ্টি জলে মিশ্র গঙ্গাজল ভুঞ্জি
তথাপি মুকুতি পাই ॥

ই গ্ৰন্থ পদক কৰ্দ্দম জানিবা
গঙ্গাজল কৃষ্ণ নাম।
আৰ অৰ্থচয় গুৰুতে বুঝিয়া
মুখে বোলা ৰাম ৰাম ॥ ৪৩০

পদ ॥

শুদ্ধ নিগদতি শুনিয়োক শুদ্ধ চিত।
লোভৰ লগত তুষ্টিৰ যুদ্ধ
লোভৰ তুষ্টিৰ ভৈলা যুদ্ধ বিপৰীত ॥
সমৰ ভূমিত গৈয়া লোভ প্ৰবেশিলা।
তুষ্টিক চাহিয়া কোপে গৰ্জ্জিবে লাগিলা ॥
শুন অৰে তুষ্টি আজি দেখো তোৰ সাস।
যমত ঘেলায় গার হৈবি সৰ্ব্বনাশ ॥
মোহোৰ বিক্ৰম তঞিও নোয়ো শুনা কাণে
লোভক ঝিনোতা বীৰ আছে কোন স্থানে
এহি বুলি নিজ অস্ত্ৰ ধৰিয়া মুষল।
বহল উদৰ উচ্চ কৰিলন্ত গল ॥
খাওঁ খাওঁ মূৰ্ত্তি ধৰি গৈলা মুখ বাই।
তাহাকো দেখিয়া তুষ্টি বীৰে গৈলা ধাই ॥
অমৃত সদৃশ বাক্য শৰে তুষ্টি বীৰ।
তুষ্ট কৰি লোভক বোলন্ত হুয়ো থিৰ ॥
সদায়ে সন্তুষ্ট জানা হোৱে যাৰ মন।
তুষ্ট শৰে শূল ছেদিলেক তেতিক্ষণ ॥
শূল ছেদ দেখি দুষ্টে মুষল উৰ্চ্চাই।
খাওঁ খাওঁ বুলি পুনৰপি গৈলা ধাই ॥
হেন দেখি তুষ্টি কথাৰ ৰস শৰে।
লোভৰ মুষল ছেদিলন্ত অনন্তৰে ॥

মুষলৰ ছেদ দেখি লোভ ভৈলা ক্ষোভ।
কনক কামিনী ৰূপ দেখাই দিলে লোভ ॥
উপনিষদৰ মন্ত্ৰ শৰক হানিয়া।
পেলাইলন্ত মোহনিবো বাণক ছেদিয়া ॥
যেহি যেহি অস্ত্ৰ ক্ষোভে হানয় ধৰিয়া।
হাসি হাসি তুষ্টি বীৰে পেল্লায়ে ছেদিয়া ॥
একোমতে নোৱাৰিয়া ভাগৰে পীড়িল।
তুষ্টি শৰীৰৰ লোমগাছ নলৰিল ॥

লোভৰ পৰাজয় আৰু তুষ্টিৰ নিন্দা বচন

মহাধৰ্ম্মী তুষ্টি বীৰ অমৰ শৰীৰ।
কোন অল্পমত লোভ আগে হৈব থিৰ ॥
এহিমতে লোভে ক্ষোভে যুদ্ধে হাৰিলন্ত।
পাছে তুষ্টি বীৰে হাসি নিন্দি বুলিলন্ত ॥
শুন অৰে লোভ দুষ্ট নিৰ্গত কুকুৰ।
মাৰণতো চাপি আস লাজে নাযা দূৰ ॥
হৰি ভক্ত গৃহস্থকো কামুৰিবে চাস।
দাসীৰ উচ্ছিষ্ট যোগ্য তাকো বলে খাস ॥
শুন কহো লোভ তই নিলোভি হুয়োক।
হৰি কথা অমৃতত লোভ কৰিয়োক ॥
শ্ৰদ্ধা ভক্তি বিনে বস্তু পান নকৰিবা।
সহজে প্ৰাণীক দায়া কৰুণা কৰিবা ॥
কৰুণা বিহীনে ধৰ্ম্ম নাহি সংসাৰত।
বৃথা এৰি শ্ৰদ্ধা কৰা ভকতি পথত ॥
এতেকে তৰিবা পাৰি সংসাৰ আপদ।
অন্তকালে লভে গৈয়া বৈকুণ্ঠ সম্পদ ॥
এহি বুলি তুষ্টি বৈলা লোভক জিনিয়া।
যুদ্ধ জিনি শুদ্ধ ভৈলা হৰিক স্মৰিয়া ॥

পাছে লোভে যুদ্ধে হাৰি ভয় পাই বৰ।
মোহ নৃপতিৰ পাশে দিলেক লম্বৰ ॥
শুনা মহাৰাজ দুখ নিবেদিব কত।
বলে নপাৰিলো তুষ্টি বীৰক ৰণত ॥
অজয় অমৰ বীৰ নিকম্প শৰীৰ।
মোতোধিক শত লোভি আগে মুহি থিৰ ॥
হেন শুনি মহামোহে ভৈল্লন্ত বিস্ময়।
লোভক সুমৰি দুখে বিলাপ কৰয় ॥

লোভৰ পৰাজয়ত মহামোহৰ বিলাপ

হৰি হৰি মোৰ কিনো অভাগ্য কপাল।
যেহি ডালে ধৰো ভাগি পৰে সেহি ডাল ॥
আৱে হাসিবেক মোক বিৱেক নৃপতি।
জানো কাঢ়ি লৈবে মোৰ সকলে সম্পত্তি ॥
শত্রুৰ শুনিয়া যশ নসহে শৰীৰ।
বিৱেক সাগৰে পাৰ কৰে কোন বীৰ ॥

মোহৰ যুদ্ধলৈ যাবলৈ প্ৰতিজ্ঞা

ৰাজাৰ বিলাপ শুনি মোহে আগ ভৈলা।
মহাদৰ্প কৰি বাক্য বুলিবাক লৈলা ॥
শুনিয়োক ৰাজা মোক ত্ৰৈলোক্য মধ্যত।
কৈত শুনি আছা জিনি আছয় পূৰ্ব্বত ॥
ইন্দ্ৰকো জিনিলো অহল্যাক দৰশাই।
ৰাৱণকো মুহি আছো সীতাক দেখাই ॥
শিৱদেৱ মুহিলো মোহিনী ৰূপ ধৰি।
অৰ্জ্জুনকো মুহিলো নিশ্চলে ৰইলা পৰি ॥
সখিক জীয়াইলা কৃষ্ণে গীতা দৰশাই।
তেৱেসে হৰিলা ভাৰ বংশক মৰাই ॥
কতো কতো মন্ত্ৰণা মোহোৰ সত্য হই।
তোমাৰ মন্ত্ৰণা বুদ্ধি অনেক আছই ॥

তোমাৰ শক্তিয়ে মই নানা মূৰ্ত্তি ধৰো।
তযু প্ৰসাদত মোৰ যুদ্ধতো নিস্তৰো
হেন শুনি মহামোহে আনন্দ লভিলা।
ধন্য মন্ত্ৰী মিত্ৰ বুলি আশ্বাস কৰিল
ব্ৰহ্মাণ্ডত তুমি হেন মন্ত্ৰীক নপাই
তোমাতেসে গহে আছো নৃপতি বোলাই॥
মহা উপকাৰী মোৰ নাহি তুমি বিনা।
কিন্তু আতে উক্ত যুক্তি তাক কহো শুনা॥
বিবেক নগৰ পতি যদুবৰ ৰাই।
চৈধ্যয় ব্ৰহ্মাণ্ডে সেৱে কিঙ্কৰ পৰাই॥

যদুবৰ গুৰুৰ মহিমা

যাৰ সম ধনুৰ্ধৰ পৰাক্ৰমী নাই।
হৃদয়ে স্তম্ভতে বসি লীলা থাকে চাই
শ্যাম তনু পীত বস্ত্ৰ বিজুলী উজাৰ।
মুকুট মণ্ডিত চূড়া দেখি চমৎকাৰ॥
পঞ্চবৰ্ণে ৰচিত নিৰ্গুণ মহাধনু।
গুণময় মেঘত প্ৰকাশে পুনু পুনু॥
হেনয় গুপুতে আছে যদুবৰ গুৰু।
তান দূতে পাইলে জানা ভোসাৰিবে ভুৰু॥
তানে নাম ধৰ্ম্ম আগ কৰিছে প্ৰধান।
জানিবাহা ময়ো তাঙ্ক জিনিবাক টান॥
তান পাৰিষদগণ মহা বলৱন্ত।
বলে নপাৰিয়া যমে দূততো কহন্ত॥
শ্ৰীবৎস কৌস্তুভ আদি নানা অলঙ্কাৰ।
ভুবন মোহন ত্ৰিভঙ্গিমা বেশ যাৰ॥
ব্ৰহ্মা আদি কৰি যত দিগপাল আমি।
সবাৰে উপৰি শ্ৰেষ্ঠ যদুবৰ স্বামী॥

শুচি সজ্জনক ভাবে মুহিবাক পাৰি।
জন্ম কুজন্মক কৰি ঠুকিব নঞাঁৰি॥
নানা তর্ক বিতর্ক ভাৱক দৰশাই।
তথাপিতো মুহিবে মোহোৰ শক্তি নাই॥
ৰাজাৰ বিভৱ মোৰ গাৱত আছয়।
কিন্তু মনুষ্যতে মোৰ মিলি আছে ভয়॥
ঘোৰ পাপী অজামিলো পুত্র নাম স্মৰি।
সিয়ো শুদ্ধ হুয়া বৈকুণ্ঠক গৈলা লৰি॥
কি কহি তোমাসাত তাহান মহাত্মা।
বিৱেক নৃপতি জীৱতেহে পৰমাত্মা॥
চন্দ্র সূর্য্য বায়ু বহ্নি কুবেৰ বৰুণ।
যম কাল মায়া মৃত্যু আদি তৰু তৃণ॥
বিৰাট ব্রহ্মাতে আছে যত চৰাচৰে।
সমস্তে আছয় জানা বিৱেক নগৰে॥
নানা ক্রীড়া লীলা হেতু লগায়ে কন্দল।
ৰঙ্গ চাই বসি থাকে হৃদয় মণ্ডল॥
সি হেতু তাহাতে আমি বলে যুদ্ধ ঘাটো।
সর্ব্বস্বক দিয়া আমি তান পাৱে খাটো॥
সর্ব্ব শ্রুতি শিৰোৰত্ন আনো নানা তন্ত্রে।
সাঙ্গে পাঙ্গে কৃষ্ণক পূজিবো মূল মন্ত্রে॥
এহিবুলি ৰাজাক বুঝাইলা মন্ত্রীবৰ।
তথাপি নভৈল ক্ষান্তি ছুৰ্জ্জন মনৰ॥
মন্ত্রীৰ শুনিয়া ৰাজা যুগুতি আশয়।
পুনৰপি যুদ্ধক পঠাইলা ক্রূৰাশয়॥
তুমি হেন সুমত কৈলো হিতাহিত।
তথাপিতো নমানিল কিনো দুষ্ট চিত॥

মন্ত্ৰীৰ শুনিলা যুক্তি বিৱেক মহন্ত।
ধন্য ধন্য সাধুমানি বাক্য প্ৰশংসন্ত॥
তেহো সেহিমতে পুনু লাসে হাসিলন্ত।
বিৰকতি বীৰক আদেশ কৰিলন্ত॥
শীঘ্ৰে বিৰকতি মন্ত্ৰী যুদ্ধে চলিয়োক।
মহামোহ যুদ্ধে আইল তাক জিনিয়োক॥
বাৰে বাৰে মোহে হাৰি দিয়া আছে দুখ।
নিজিনিলে ভক্তিত নিমিলে মহা সুখ॥

মহামোহৰ সৈন্যৰ লগত যুদ্ধ কৰিবলৈ বিৰকতিৰ যাত্ৰা

আকে জানি যেন যুৱাই কৰা মন্ত্ৰীচয়।
চলিয়োক যুদ্ধক হেৰা দিলোহো বিদায়॥
হেন শুনি বিৰকতি কাৰ্য্যত প্ৰধান।
মোহৰ যুদ্ধক প্ৰতি কৰিলা পয়ান॥
গৈয়া পাছে দুয়ো বীৰে দেখা দেখি ভৈলা।
আগে মোহে মন্ত্ৰণাক কৰিবাক লৈলা॥
খাবৰ ই যিটো দ্ৰব্য চিন্তিও উপাই।
ইহলোকে দান পুণ্যে পৰে সুখ পাই॥

বিৰকতিৰ লগত মোহৰ আলোচনা

সেহি পুণ্য ফলে দুখী ভোগ্য জন্ম পাই।
তাকে খাইবে আশা কৰি থাকা বাট চাই॥
বিৰকতি বোলে ভোগ্য কৰা নাহি ভাল।
ইন্দ্ৰিয়ৰ বল বঢ়াই বান্ধে মায়া জাল॥
পৰলোকে বৈকুণ্ঠৰ সুখ দূৰ কৰে।
নিষ্কামী ভকতি নাই মাধৱত পৰে॥
কৃষ্ণত নিবেদি অন্ন যত খাই দাই।
এক গুণে হানি কৰি শত গুণে গাই॥
মোহে বোলে দেৱৰ পদ্মিনীগণে আসি।
দাসী হুয়া সেৱা কৰি থাকিবে উপাসি॥

কৰিয়ো শৃঙ্গাৰ ভোগ অতি মন ৰঙ্গে।
সুগন্ধি শীতল বায়ু বৰৈ তাৰ সঙ্গে॥
কোকিলৰ স্বৰ যেন বাইক সুস্বৰিত।
মুনিয়ে বোলয় স্পৃহা নাহি কামিনীত॥
ভাল দেখি ঋষি নকৰিলা অভিলাস।
উৰ্ব্বশীক দিয়া ইন্দ্ৰ কৈলা সৰ্ব্বনাশ॥
যুবা কালে কামিনী কোলত আছে সুখ।
বৃদ্ধ হৈলে যুৱতী মিলায় বৰ দুখ॥
বিষয় সম্বন্ধ সুখ নানা যোনি পাই।
মুকুতি ৰসৰ ভোগ্য ভক্তিতে মিলাই॥
মোহে বোলে পিতৃৰূপে ভুলাইবে মদন।
নানা অলঙ্কাৰে দেহা কৰন্তে ভূষণ॥
বিৰকতি বোলো তাক শোভা নোবোলয়
ছয় উৰ্ম্মি জিনি মন যিমতে শোভয়॥
কোটি সূৰ্য্য সম সাধু প্ৰকাশ কৰয়।
যাক দৰশনে বিষ্ঠালেড়ু মুক্ত হয়॥
শুনি মোহে যত কৰৈ মন্ত্ৰণা বিস্তাৰ।
বিৰকতি ছেদি তাক কৰৈ ছাৰখাৰ॥
সুগম্ভীৰ বিৰকতি বচন সুথিৰ।
শুনিয়া প্ৰবন্ধ কৰি ৰৈলা মোহ বীৰ॥
বিৰকতি বোলে মোহ কথা থাকা শুনি।
ৰাজা আজ্ঞা নৃপতিত জনাইবো আপুনি॥
মনৰ লগত জীৱ নৰকক যাই।
লোহাৰ কাৰণে যেন অগ্নি বাড়ি যাই॥
হেন জানি মনে জীৱ হোক এক মতি।
মহন্তৰ গুৰু পাৱে কৰোক ভকতি॥

তেবেসে সংসাৰক যদি তৰিবাক পাৱে।
তাহান দোষত পুৰি আমাকো নামাৱে॥
বাৰাণসী বিৱেকৰ যত ৰাজা প্ৰজা।
সবাৰো উপৰি হৰি যদুবৰ ৰাজা॥
হেন শুনি মোহে বোলে কি কাম কৰিলোঁ।
মনৰ আদলে ৰাইজ সমূলে মৰিলো॥
হৰিক ঈশ্বৰ চিনি বিৰকতি বাণী।
তুমি সি আত্মায়ে যুদ্ধ কৰিলো নজানি॥
কিনো মই অনাচাৰ পাপী অগিয়ান।
তোমাক হেলিয়া কৈলো আনক ধিয়ান॥
আপোনাকে আপুনি নাশিলো দুৰাচাৰ।
পতিত পাৱন তুমি বিনে নাহি আৰ॥
আন কিছু মোৰ মনে নাহিকয় আশা।
মাধৱ বান্ধৱ পাৱে কৰিছো ভৰসা॥

মোহৰ লগৰ আলোচনাত বিৰকতিৰ জয়

এহিবুলি মহামোহে নগৰে চলিলা।
বিৰকতি বীৰ নিজ আত্মাতে ৰমিলা॥
এহিমতে বিৰকতি মোহক জিনিলা।
সৎসঙ্গৰ গোষ্ঠী দেখি আনন্দ মিলিলা॥
ৰণে হাৰি মোহে পাছে ৰাজাত কহিলা।
শুনি মন মোহে ঢলি আসনে পৰিলা॥
মহাভয়ে বিমূৰ্চ্ছিত হুয়া কতোক্ষণ॥
কৃষ্ণ কৃষ্ণ বুলি বীৰ লভিলা চেতন॥
মহাগুৰু ঈশ্বৰে ফুৰুতি ভৈলা জ্ঞান।
যদুবৰ গুৰুক কৰিলা মনে ধ্যান॥
নমো নমো নাৰায়ণ করুণা সাগৰ।
ইবাৰ দোষক মোৰ ক্ষমা দামোদৰ॥

মঞি দুখিতক কৃপা কৰা হৃষিকেশ।
তোমাৰ ভক্তৰ সঙ্গে দিয়ো উপদেশ ॥
তযু গুণ নাম সদা মুখত ৰহোক।
কৰ্ণে তযু যশ ৰস আস্বাদ কৰোক ॥
যদি মঞিঁ ভুঞ্জো নিজ দৈৱৰ বিপাক।
আপেখিয়া ৰৈব যেন তোমাৰ কৃপাক ॥
মিছা অকাৰ্য্যত ক্ষেপ কৰিলো তোমাত।
সিটো অমোচন পাপ ক্ষমিবা আমাত॥
ষোড়শ বিকাৰ দিলা তন্মাত্ৰা সহিতে।
তাৰ বলে দেইন্দ্ৰ কৰো তুমিএ সহিতে ॥
ইটো মোৰ যুদ্ধ নোহে তোমাৰেসে লীলা।
আপোনাৰ কৰ্ম্ম তুমি আপুনি কৰিলা ॥
তথাপি পিতৃৰ কেহো নেদেখয় দোষ।
পুত্ৰক গৰিহি তভো হয়োক সন্তোষ ॥
শুকৰ কুকুৰ আদি জনম লভিলো।
জীৱৰ লগত আমি হৰি নভজিলো ॥
মনুষ্য শৰীৰ গুটি ভক্তিৰ ভণ্ডাৰ।
তাতে উপদেশি গুৰু সুদৃঢ় কণ্ডাৰ ॥
তান্তে পুনু সৎসঙ্গ লভিয়ো কৰি যত্ন।
অৱশ্যে বৈকুণ্ঠ পাইবা বেসাই ৰাম ৰত্ন।
এহিবুলি মনে স্তুতি কৰিলা বিস্তৰ।
সংক্ষেপি কহিলো পদ বাহুল্যক ডৰ ॥
শুনা সমাজিকে গুৰু নকৰিয়ো হেলা।
নৰ ৰূপে হৰি সি তাহানে ভৈলা ॥
ক্ষৰ পদে দেহা ইটো অহঙ্কাৰে ভৈলা।
অক্ষৰ শৱদে জীৱ ব্ৰহ্ম বুলি থৈলা ॥

ক্ষৰ যে অক্ষৰ দুয়ো বিচাৰত সম ॥
দুই হান্তো কৰিয়া পৰমাত্মাসে উত্তম ॥
পৰম গহন মহামোহ নাট সাৰ ।
সাৰশেষ অৰ্থ কোনে জানিবে ইহাৰ ॥
তথাপিতো ইষ্ট গুৰু দেৱৰ কৃপাত ।
পদাৰ্থ প্ৰকাৰে গাই নিবন্ধিলো আত ॥
মোৰ পদ বুলি কেহো নধৰিবা দোষ ।
ৰাম ৰাম শব্দ কৰি হুয়োক সন্তোষ ॥৪৮১

**দুলড়ি ॥**

শুদ্ধ নিগদতি শুনা সাধু মন
পাছে যেন কথা ভৈলা ।
জৰাসন্ধে যেন কৃষ্ণত হাৰিয়া
পুনু যুজিবাক গৈলা ॥
বীৰ অশ্বথামা অৰ্জ্জুনৰ হাতে
চূড়ামণি ছেদ ভৈলা ।
পাঞ্চালীৰ পুত্ৰৰ শিৰক ছেদিলা
তথাপি লাজ নভৈলা ॥
সেহি মতে দুষ্টে দুসঙ্গৰ গোষ্ঠী
লাজ কাজ পাসৰিলা ।
মোহৰ পৰাজয়ত মহামোহৰ বিলাপ
মোহ হাৰিবাৰ শুনি মহামোহে
বিলাপ কৰিবে লৈলা ॥
হা হৰি হৰি আশা দূৰ গৈল
হেৰুৱাইলো দণ্ডপাট ।
কপটীয়া বিধি কপট কৰিয়া
লেখিল মোৰ ললাট ॥

যিটো কাম বীৰ ত্ৰৈলোক্য কম্পন
ব্ৰহ্মা হৰ জিনিলেক।
কোন অল্পমত ধৈৰ্য্যৰ হাতত
সিয়ো বীৰ পৰিলেক॥
মহাবীৰ ক্ৰোধ সব্বাতে বিৰোধ
সৰ্ব্বলোকে জয় ভৈল।
ক্ষমাৰ হাতত সি হেন বীৰৰ
গৰ্ব্ব বল দূৰ গৈল॥
লোভৰ শৰত সিদ্ধমুনি যত
ৰহিবাৰ শক্য নাই।
তুষ্টিয়ে হেনয় বীৰকো জিনিলে
আসিল ভয়ে পলাই॥
সম্প্ৰতি মোহোৰ মিত্ৰক পাঞ্চিলো
শত্ৰুক জিনিবে প্ৰতি।
মোৰ বিধি বক্ৰে সিয়ো হাৰিলেক
আৱে হুইবে কোন গতি॥
কেনমতে স্থিতি ৰহিব সম্পত্তি
থাকিবো কি ভোগ্য কৰি।
চাৰি পাত্ৰ হাৰি মৰ্য্যাদা খণ্ডিল
কি কৰিবো এথা পৰি॥
আৱে মঞি কাক মাতিবো আনন্দে
অবা লোভ মোহ বুলি।
মোক হিত বুদ্ধি দিব কোনে আসি
বুড়িল মোৰ সমূলি॥
মোহোৰ সহায় হুইবাক মাতিবো
হুসঙ্গ নগৰ ৰাজে।

কিমতে বিমুখ কৰাইবো হৰিত
আৰে বৈলো মহা লাজে॥
হৰি হৰি আৰে যত জীৱগণ
যাইবেক মোক চড়াই॥
কাম ক্রোধ লোভ মোহ দূৰ গৈলে
তৰিবেক নাম গাই॥
এহি মহা খেদ ভৈলা পৰিছেদ
আসিল যি কাৰ্য্যে লাগি।
তন্মাত্রা সহিতে একাদশ ইন্দ্রি
জীৱৰেসে মন্দ ভাগী॥ ৪৮৩

ছবি॥

এহিমতে মহামোহে বিস্তৰ বিলাপ
মনে লাজ পায়া অতিশয়।
মহামোহৰ লগত ক্রোধৰ পুনৰ যুদ্ধলৈ যাবলৈ প্রতিজ্ঞা
ক্রোধে অগ্নি জ্বলি গৈল ৰাজাক বুলিবে লৈল
কেন ৰাজা কৰা হেন ভয়॥
তোমাৰ চিন্তাক দেখি কিসক জীৱন ধৰো
থাকি আসি কৰো কোন কাম।
পৰম আটোপে সাজি সৎসঙ্গ নগৰে আজি
গাৱে গাৱে কৰিবো সংগ্রাম॥
আমাৰ লগত ৰাজা তুমিয়ো যুদ্ধক সাজা
দেখা কৰো কেন বিসঙ্গতি।
সৎসঙ্গ নগৰ ভাঙ্গি কুসঙ্গ নগৰ পাতো
আজি সৱে খণ্ডাও ভকতি॥
তুমি জগতকে জিনি আছা সৱে বশ্য কৰি
দেৱগণে খাটয় তোমাত।

পাত্র মন্ত্রী সমন্বিতে বিবেকক ধৰি আনো
নকৰিবা সংশয় ইহাত ॥
হেন শুনি মহামোহে উলসিত হুয়া আতি
সাজ সাজ বুলি আদেশিলা।
হস্তী ঘোৰা পদাতিৰ গিৰত পৃথিবীখান
দলদোপ কৰিয়া লৰিলা ॥
হাতে ধনু শৰ ধৰি মুক্ষ মুক্ষ বীৰগণ
নৃপতিৰ লগ ধৰিলন্ত।
ৰথে তুলি ধনু শৰ মহামোহ নৃপবৰ
পাছে যুদ্ধ কাছে কাচিলন্ত ॥
আঠ গোটা ঐশ্বৰ্য্যক কৱচ পিন্ধিয়া গাৱে
কাল ৰূপ শূল পাট লৈল।
অবিদ্যাৰ পঞ্চ পৰ্ব্বা ধনুখান লৈয়া হাতে
তিনি গুণ তাতে যোড় ভৈল ॥
চতুৰ্ব্বিংশ কুৰি বৰ্ণ টোনক পিঠিত লৈল
দশেন্দ্ৰিয়ে শৰ ভৈলা তাত।
শঙ্কৰত বৰ মাগি সেহি শৰ ধনু পাইলা
ত্ৰিভুবনে হাৰি আছে যাত ॥
তাৰ যত সেনাচয় কোনে লেখা কৰিবেক
ৰক্ত পীত বৰ্ণ অপৰ্য্যন্ত।
ভূলোক ভুবলোক মহজন তপ লোক
সত্যলোক সৈন্যে যুড়িলন্ত ॥
সাতো পাতালক জুৰি লৰিলেক মহামোহ
চৈধায় ভুবনে বীৰ সাৰ।
পৃথিবীক শুষিলেক দেৱতাক জিনিলেক
ব্ৰহ্মাকো দিলন্ত গৈয়া ধাৰ ॥

স্বৰ্গ ব্ৰহ্মপদ সবাকো কাঢ়িয়া লৈলা
হৰপুৰ কৈলাস জিনিলা ।
বিষ্ণুপুৰক জিনি গোলোক বৈকুণ্ঠে গই
মহামোহে আপুনি চৰিলা ॥
বিচাৰ বিবেক ধৈৰ্য্য তুষ্টি বিৰকতি ক্ষমা
দায়া বীৰো দেখি জিঙ্কৰিল ।
দেখা দেখা নৃপবৰ মোহ ৰাজা অধমৰ
সৱে জিনি পাইলা বিষ্ণুপুৰ ॥
এতমান মহামোহ কাত বলে কৰে গহ
পাপীৰ ভাবনা হৌক দূৰ ॥৪৯২

পদ ॥

মহামোহ আৰু বিৱেকৰ ৰণক্ষেত্ৰত সাক্ষাৎ

হেন শুনি সম দম লৈয়া বীৰগণ ।
বিৱেক নৃপতি যুদ্ধে কৰিলা গমন ॥
মহামোহে বিৱেক ৰাজায়ে ভেট ভৈল ।
হাতে ধনু শৰ ধৰি গৰ্জ্জিবাক লৈল ॥
শুনিয়া বিৱেক ৰাজা ভাল কাম কৈলা ।
আমাতো অধিকে তুমি বলে চাৰ ভৈলা ॥
তাতেসে কৰিলা জানো হেন মন্দ কাম ।
নতু শুনি আছা মোৰ মহামোহ নাম ॥
চাৰিয়ো পাত্ৰক মোৰ কৰিলাহা লাজ ।
তাৰ প্ৰতিফল আজি দিবো মহাৰাজ ।
তোমাৰ বিৱেক নাম আজি দূৰ গৈল ।
মহামোহ কালে আসি আজি লাগ লৈল ॥
প্ৰচণ্ড বহ্নিক কেনে জানি কৈল জাস ।
আজি মোৰ হাতে ৰাজা সেহ্বৰে নেৰাস ॥

হেন শুনি বিৱেক নৃপতি মহাসন্ত ।
পৰম গম্ভীৰে বাক্য হাসি বুলিলন্ত ॥
শুন মহামোহ মন্দ কপটৰ ঘৰ ।
ভালমন্দ কিছু নজানস পূৰ্ব্বাপৰ ॥
ধৰ্ম্মাধৰ্ম্ম সত্যাসত্য তাকো নিচিনিলি ।
নিৰন্তৰে জীৱ সৱ সংসাৰী কৰিলি ॥
ভকতৰ দ্রোহ আচৰিলি দুৰ্ব্বাচাৰ ।
বেদ নীতি ধৰ্ম্মক কৰাইলি তিৰস্কাৰ ॥
তোৰ মহামোহ নাম অধৰ্ম্মৰ হেতু ।
ইটো ত্রিজগতে তঞি ভৈলি ধূমকেতু ॥
আজি মহামোহ নাম গুচিব তোমাৰ ।
মোহোৰ হাতত তুমি যাইবা যমদ্বাৰ ॥
হেন শুনি মহামোহে ক্রোধত জ্বলিলা ।
অবিদ্যাৰ পঞ্চশৰ প্রহাৰ কৰিলা ॥
দেখি পাছে বিৱেক নৃপতি ধৰ্ম্মশীল ।
বিদ্যাশৰ হানি তাক বাটতে ছেদিল ॥
শৰৰ বিনাশ দেখি ক্রোদ্ধত জ্বলিল ।
পুনু তিনি পাট শৰ গুণত জুৰিল ॥
ব্রহ্মা বিষ্ণু রুদ্রত পাইলেক তপ কৰি ।
বিৱেকক লাগি হানিলেক বলে ধৰি ॥
নিৰ্গুণ সাধুৰ সঙ্গে কথা ৰতি শৰে ।
হাসি হাসি বিৱেকে ছেদিলা নিৰন্তৰে ॥
বিবেকৰ লগত মহামোহৰ যুদ্ধ
দুনাই চাৰি পাট শৰ মাৰিয়া পঠাইল ।
যম ইন্দ্র কুবেৰ বিষ্ণুত যিটো পাইল ॥
ভকতিৰ পঞ্চ তত্ত্ব বিচাৰক হানি ।
নিবাৰ কৰিলা শৰ ৰাজা মহামানী ॥

শৰৰ বিনাশে মহামোহ জ্বলি গৈলা ।
দুনাই তিনি পাট শৰ প্ৰহাৰিবে লৈলা ॥
তিনি শৰে তাপ দিয়া বিৱেক আচৰে ।
সাধু সেৱা শৰে নিমাইলন্ত নৃপবৰে ॥
শৰ চনে মহামোহে দুগুণে জ্বলিল ।
দশ পাট শৰ আনি গুণত যুৰিল ॥
কৰ্ণমানে টানি হানিলাহা দশবাণ ।
নামাগ্নি শৰত পৰি ভৈলা খান খান ॥
এহিমতে মোহে প্ৰহাৰয় যত শৰ ।
তাকে তাকে নিবাৰন্ত ৰাজা বিৱেকৰ ॥
হেন দেখি মোহ ৰাজা বিস্ময় ভৈলন্ত ।
কিনো আতি মহাবীৰ বিৱেক মহন্ত ॥
ভালেতো সবাতে জয় আৰ সৈন্য যত ।
এহি বুলি কৰে মনে বিষাদ মনত ॥
আনৰ নহয় যুদ্ধ বিৱেক মোহৰ ।
সৎসঙ্গ দুসঙ্গ অৰি জীৱ ইন্দ্ৰিয়ৰ ॥
দুই হানো লগৰ সেনা সাগৰ সমান ।
ধৰ্ম্মাধৰ্ম্মে যুদ্ধ কৰি প্ৰহাৰয় বাণ ॥
কাহাকো মাতয় কেহো থাক থাক বুলি ।
কাহাকো ধৰিয়া কতো আছাৰন্ত তুলি ॥
কাকো কেহো বোলে খঙ্গে গৰিহা বচন ।
মুখ চাহি দুয়ো দলে কৰয় গৰ্জ্জন ॥
অস্ত্ৰ শস্ত্ৰ ধৰি কতো ক্ৰোদ্ধে খেদি যাই ।
কতোহো প্ৰহাৰে কতো জন লাগ পাই ॥
পৰিখ পটিশ হানৈ গদা মুদ্গৰ ।
কতো হতাহতি যুদ্ধ কৰে নিৰন্তৰ ॥

জিনিয়া বিবেক সৈন্যে কৰে ৰঙ্গ চঙ্গ।
মহামোহ সেনা হাৰি পলাই দেই ভঙ্গ ॥
সীতাৰ নিমিত্তে যেন ৰাক্ষস বানৰে।
লঙ্কা নগৰত বেঢ়ি ঘোৰ যুদ্ধ কৰে ॥
সেহিমতে সৎসঙ্গি মন্ত্ৰঙ্গি দুয়ো ঘৰে।
ধৰ্ম্ম ৰক্ষা নাশ হেতু যুজে নৃপবৰে ॥
হৃদিপুৰ নগৰত মিলিল প্ৰমাদ।
জীৱৰে মনৰে প্ৰজা সহিতে সম্বাদ ॥
আকাশ বায়ুৰে যেন মূৰ্ত্তি নাহিকয়।
গুৰুৰ প্ৰসাদে জানি তত্বক নিশ্চয়।
সুবুঝি দূষয় যিটো তাত কিবা কাজ।
কিন্তু হৰি নাম ধৰ্ম্ম প্ৰপঞ্চত বাজ ॥
বিবেকৰ সৈন্য যেন অগ্নিৰ প্ৰকাশ।
পাপমূৰ্ত্তি মোহ প্ৰজা পুৰি হুইব খাশ ॥
ধৰ্ম্মক ৰাখিব হৰি অধৰ্ম্মক নাশি।
সেহি হেতু নৰ ৰূপে আছন্ত প্ৰকাশি ॥
দুই হানো আন্দোলে মহী কৰৈ টলবল।
ৰহিবেক নপাৰি যেহেন যাই তল ॥
দিগ্‌গজ সকলো থিৰে ৰৈব নপাৰয়।
কূৰ্ম্ম অনন্তৰো মহা মিলি গৈলা ভয় ॥
সাতো সাগৰত জল খলক লাগিল।
সুৰাসুৰ লোকে বোলে প্ৰলয় মিলিল ॥
চন্দ্ৰ সূৰ্য্য গ্ৰহ তাৰা কম্পিবাক লৈলা।
শুনিয়োক আত পৰে যেন কথা ভৈলা ॥
পুনৰপি মোহে সমে সুমিত্ৰ বীৰৰ।
ধৰ-মাৰ বুলি ঘোৰ মিলিল সমৰ ॥

নিকৰুণ বীৰে কাৰুণিক গৈলা ধাই ।
অক্রোধিয়ে ক্রোধক ধৰিলা লাগ পাই ॥
আলাস্যে সহিতে যুদ্ধ ভৈল উত্যোগৰ ।
নিদ্রা উজাগৰে ঘোৰ মিলিল সমৰ ॥
নিন্দা সহ নৰ লাগিলেক ঘোৰ ৰণ ।
হিংসা অহিংসায়ে বাক্যে কৰয় ঘালন ॥
কুযশ সহিতে সুযশৰ ঠেলাঠেলি ।
কুবৃত্তি সুবৃত্তি যুদ্ধ কৰে হাত মেলি ॥
সুকথায়ে কুকথাক কৰয় প্রহাৰ ।
সত্য সমে যুজয় অসত্য দুৰাচাৰ ॥
শ্রদ্ধাবীৰে অশ্রদ্ধাক বোলে থাক থাক ।
অপ্রীতিয়ে প্রীতিক দিলেক শৰ জাক ॥
নির্গুণে সহিতে গুণে কৰৈ মহাযুদ্ধ ।
নম্রসমে অনম্রক মিলিল বিৰুদ্ধ ॥
নির্ভয়ে সহিতে যুজে ভয় মহাবীৰ ।
সুখৰ প্রহাৰে কাম্পে দুখৰ শৰীৰ ॥
অস্নেহক গৈলা ধাই স্নেহ মহাশয় ।
পাপে সমন্বিতে পুণ্যে যুদ্ধ আচৰয় ॥
ধর্ম্মে সমে অধর্ম্মৰ মিলিল তুমুল ।
নীতি অনীতিয়ে দুয়ো কৰে হুলস্থুল ॥
এহিমতে যুজে আনো বীৰগণ যত ।
সংক্ষেপ পদত তাক নিবন্ধিবো কত ॥
অন্যে অন্যে চাই ক্রোধে কৰয় আক্রান্ত ।
কতো কতো বাহু ডাঙ্গি কামোৰয় দান্ত ॥
কাহাকো কটাইক্ষে কতো চাহে টৈৰ কৰি ।
জিনিলো বুলিয়া টানি আনে হাত ধৰি ॥

দুসঙ্গৰ সেনাৰ পলায়ন আৰু সৎসঙ্গৰ জয়

সহিবে নপাৰি দুসঙ্গৰ সেনাচয় ।
দিলে ভঙ্গ সৎসঙ্গ সেনাৰ ভৈলা জয় ॥
কৃষ্ণৰ চৰণে যাৰ আছয় ভকতি ।
কি কৰিতে পাৰে তাক দুসঙ্গ দুৰ্ম্মতি ॥
সৎসঙ্গৰ সেনাগণ যতেক আছয় ।
একেবাৰে সবাৰো ভৈলেক ৰণজয় ॥
দুসঙ্গৰ বীৰগণ হাৰিয়া পলাই ।
হৈবোহো ভকত বুলি মাগি লয়ে ঠাই ॥
সৎসঙ্গৰ সুখ নিতে বাঢ়ে ভকতিত ।
সদায়ে কৰুণাশীল সকৰুণ চিত ॥
তাতেসে পৰৰ উপকাৰক জানয় ।
দুসঙ্গীৰ দুখ দেখি মনে নসহয় ॥
শুন হেৰ দুৰ্জ্জন ৰাজাৰ প্ৰজাগণ ।
দেখি নেদেখস কেনে অন্তৰ লক্ষণ ॥
বাৰে বাৰে হৰুৱাইলো তভো লাজ নাই ।
হৰি নভজিলে দুখ সেম্বৰে নেড়াই ॥
যদুবৰ ঈশ্বৰত পশিয়ো শৰণ ।
তেবেসে হৈবেক জানা দুৰ্গতি তৰণ ॥
এহি বুলি বিবেক প্ৰজায়ে দিলা বোধ ।
হিতক অহিত মানি জ্বলি গৈলা ক্ৰোধ ॥
প্ৰজা ভঙ্গ দেই দেখি মোহে দিলা হাক ।
কৈক যাস বুলি থিৰ কৰিলা সেনাক ॥
মোহোৰ আগত কৰে এত মান গহ ।
লঘু হস্ত দেখি কৰে প্ৰজাক নিগ্ৰহ ॥
এহিবুলি মহামোহে ধৰি ধনু শৰ ।
বিবেকক লাগি শৰ মাৰিলা বিস্তৰ ॥

বিবেক আৰু মহামোহৰ যুদ্ধ

পাপৰ সাগৰে মোহ ক্ৰোধত জ্বলিল।
বিষয় কু তৰ্ক শৰ অনেক হানিল॥
শ্ৰদ্ধাভক্তি শৰে তাক ছেদিলা নৃপতি।
পুনৰপি মহামোহ দাৰুণ কুমতি॥
পাপ মোহ জৰী শৰে বন্ধন কৰয়।
ধৰ্ম্ম শ্ৰদ্ধা বিৰকতি হৰি সুমৰয়॥
ৰাগ ৰাগিণীক আদি গীতৰ পয়াৰ।
মহামোহ ৰাজাৰ ভাঙ্গিল পটোৱাৰ
তুনাই তুনাই মহামোহে ধৰি ধনু শৰ।
বিৱেকে সহিতে ঘোৰ কৰয় সমৰ॥
যত যত শৰ মানে মোহে প্ৰহাৰয়।
ভক্তিমুখী বিৱেকৰ লোমো নলৰয়॥
কামদেৱ মদনৰ পুষ্পবাণ ধৰি।
প্ৰহাৰ কৰয় নৃপতিক লক্ষ্য কৰি॥
দেখ দেখ এহি শৰে যম ঘৰে নেঞঁ।
যত কৰি আছ তাৰ প্ৰতিকাৰ দেঞঁ॥
মোহৰ মোহিনী বাণ সূৰ্য্য সম কান্তি।
দশোদিশে প্ৰকাশ কৰিয়া জ্বলে আতি॥
তেতিক্ষণে ধৈৰ্য্য মেৰু গিৰি শৰ ধৰি।
বিৱেক নৃপতি ছেদিলন্ত লীলা কৰি॥
হেন দেখি মহামোহে বিস্ময় ভৈলন্ত।
কোন অস্ত্ৰ হানি জিনো বিচাৰি নপান্ত॥
পাছে কতো বেলি চিত্ত কৰিলন্ত থিৰ।
অগ্নিশৰ যুৰিলন্ত ক্ৰোদ্ধে সুৰাপিৰ
আথ বেথ কৰি হানিলন্ত মহাবেগে।
ধম ধম অগ্নি জ্বলি গৈলা সেহি ছেগে॥

স্বর্গ লঙ্ঘিলেক জুই দেখি ভয়ঙ্কৰ ।
যুদ্ধ এৰি সেনা ভিড়ি দিলেক লৰৰ ॥
প্রচণ্ড বহ্নিৰ তাপে শৰীৰ পোৰয় ।
ৰাখা ৰাজা বুলি প্রজা আটস পাৰয় ॥
হেন দেখি বিৱেক নৃপতি বুদ্ধিমন্ত ।
ক্ষমাশীল সাগৰৰ জল সিঞ্চিলন্ত ॥
তেখনে মুমাইলা জুই গৈলা তাপ ভয় ।
দেখি মোহ নৃপতিৰ মিলিল সংশয় ॥
আতপৰে মোহে লোভ নামে বাঘশৰ ।
বিৱেকৰ গাৱে হানিলন্ত দৃঢ়তৰ ॥
খাঞঁ খাঞঁ বুলি মুখে ভোক্ষে আসে ধাই ।
হাসি হাসি বিৱেক নৃপতি আছে চাই ॥
সন্তুষ্টি সম্বৰ শৰ নৃপতি হানিল ।
লোভ বাঘ শৰ কাটি জিহ্বা কাঢ়ি নিল ॥
কুমন্ত্র বাণক হানে মোহ দুৰাচাৰ ।
ব্যাকুল কৰিতে প্রতি কৰিলা প্রহাৰ ॥
গুণমন্ত্র হানিয়া তাক বাটতে কাটিল ।
মহামোহ ৰাজা পাছে যুদ্ধত ঘাটিল ॥
যেই যেই শৰ হানে মোহ নৃপবৰে ।
তাকে তাকে কাটন্ত বিৱেক নৰেশ্বৰে ॥
একোমতে উপায় নাপান্ত গুণি চাই ।
মহামোহ নৃপতিৰ বল বুদ্ধি নাই ॥
মহা ক্রোদ্ধে শ্রান্ত পায়া নিশ্বাসকো কাঢ়ে ।
নাৰাচতো শৰ হানিলন্ত একেবাৰে ॥
মিছা কাৰ্য্যে যত শৰ বহি মৰো ভাৰ ।
অযুতে নিযুতে শৰ কৰিলা প্রহাৰ ॥

আকাশ চানিয়া চন্দ্র সূৰ্য্য নিবাৰিল।
প্ৰলয়ৰ মেঘে যেন গগন ঢাকিল॥
দেখিলন্ত বিৱেক নৃপতি মহাৰথ।
শৰে ছানি আসে ঢাকি গগনৰ পথ॥
আশী পাট শৰ হানিলন্ত নৃপবৰ।
মোহৰ ছেদিলা মাৰিলন্ত যত শৰ॥

মহামোহ ৰজাৰ যুদ্ধত পৰাজয়

পাঁছে মহামোহ ৰাজা যুদ্ধে হাৰিলন্ত।
শুধা হাত হুয়া অধোমুখে ৰহিলন্ত॥
সাগৰৰ উৰ্ম্মি যেন নিজম পৰিল।
সিদ্ধমুনি বিদ্যাধৰে জয় জোকাৰিল॥
ব্ৰহ্মা হৰ ইন্দ্ৰ চন্দ্ৰ যত গ্ৰহ ৰাশি।
বিৱেক ৰাজাক স্তুতি কৰিলন্ত আসি॥
নমো নমো অন্তৰ্য্যামী বিৱেক মুৰাৰি।
ভকত বৎসল দেৱ দীন দুখহাৰী॥
সমস্তৰে জীৱ আত্মা সাথি ভগৱন্ত।
তোমাতেসে গহে কৰে সৃষ্টি থিতি অন্ত॥
হেন মহেশ্বৰ তুমি বিনে নাহি আন।
তোমাৰ আশ্ৰয়ে সাধে জগতে কল্যাণ॥
আছন্তো সবাতে সম ৰূপে দয়ামষ়।
তথাপি ভক্তকো স্নেহ কৰা কৃপাময়॥
মহামোহে পাপী মনে আমাকো নাশিল।
তোমাৰ চৰণে সেৱা কৰিতে নিদিল॥
আৰে তাক জিনি কিনো কৰিলাহা দায়া।
সবাৰো গুচাইলা সংসাৰৰ যত মায়া॥
অধম মনৰ সঙ্গে নযাওঁ ৰসাতলে।
কৰিয়ো উদ্ধাৰ তযু চৰণ কমলে॥

শত্রু বোধে কৈলোঁ যুদ্ধ মোহ সঙ্গে আমি ।
সেহি অপৰাধক ক্ষমিয়ো ৰাম স্বামী ॥
বিস্তৰ কৰিল স্তুতি নতি দেৱগণ ।
শুনিয়া সন্তোষ ভৈলা বিবেকৰ মন ॥
এহি বুলি দেৱগণে প্ৰণাম কৰিলা ।
মেলানি মাগিয়া থানে থানে প্ৰবেশিলা ॥
যুদ্ধ জিনি বিবেক নৃপতি মহা সন্ত ।
মহামোহ নৃপতিক মাতি বুলিলন্ত ॥
হে মহামোহ ৰাজা ইন্দ্ৰি অধিপতি ।
শুনিয়োক কহো মঞিঁ শাস্ত্ৰৰ যুগুতি ॥
যি কালত ঈশ্বৰ সৃষ্টিত ইচ্ছা ভৈলা ।
চৈধ্যয় ব্ৰহ্মাণ্ডৰ প্ৰাণী একস্থান কৈলা ॥
স্ৰজাইলা অনেক দেহা কুচাণ্ড কুভাণ্ড ।
পাচত নিৰ্ম্মিলা ইটো মনুষ্যৰ ভাণ্ড ॥

**বাৰাণসী আৰু বিবেক নগৰ নিৰ্ম্মাণৰ বৃত্তান্ত**

তাহাতে নিৰ্ম্মাণ কৰিলন্ত দুই থান ।
বাৰাণসী বিবেক নগৰ পুৰীখান ॥
একাদশ ইন্দ্ৰিতত্ত্ব সত্ত্ব ৰজ তম ।
চন্দ্ৰ সূৰ্য্য অগ্নি বায়ু প্ৰজাপতি যম ॥
ব্ৰহ্ম বিৰাটত জীৱ স্ৰজি আছে যত ।
সমস্ততে সমৰ্পিলা ক্ষুদ্ৰ বিৰাটত ॥
নৱখান দ্বাৰতে নিৰ্ম্মিলা দশদ্বাৰ ।
কোন পাপ কোন পুণ্য কৰিয়া বিচাৰ ।
সেহি দুই নগৰতে তুমি আমি ৰাজা ॥
পাপ পুণ্য ফল ভুঞ্জে দুয়ো দল প্ৰজা ।
সবাৰে উপৰি গুৰু যদুবৰ ৰাই ।
হৃদয় কমলে বসি আছে ৰঙ্গ চাই ॥

সৰ্ব্ব শ্ৰুতি শিৰোৰত্ন মূৰ্ত্তি ভগৱন্ত ।
পাপ পুণ্য ফলে সুখ দুখ ভুঞ্জাৱন্ত ॥
এতেকে তাহান পাৱে ভজি মোক্ষ সাধো ।
প্ৰথমতে ভক্তিভাৱে গুৰুক আৰাধো ॥
এতেকে সংসাৰ সুখে তৰিবাক পাৰি ।
সমস্তে শাস্ত্ৰৰ মৰ্ম্ম কহিব বিচাৰি ॥
তেহে পিতা মাতা তেহে ইষ্ট গুৰুজন ।
মনুষ্য স্বৰূপে আছা প্ৰভু নাৰায়ণ ॥
তাহান সুহৃদ দুই জীৱ মন ভাই ।
শৰণ পশিয়ো জান্টে ইন্দ্ৰিয় বড়াই ॥
এহি বুলি বিৱেক নৃপতি মৌন ভৈলা ।
মনক বুঝায়া ধৰ্ম্ম সংক্ষেপিয়া কৈলা ॥
তাক শুনি মনৰ উতপাত কৰে মতি ।
হৰি হৰি আৱে কিনো গৈলো অধোগতি ॥
ইন্দ্ৰিয়ৰ ৰাজা হুৱা কৈলো নানা ভোগ ।
তাৰ ফলে শৃগাল স্বানৰ ভৈল যোগ ॥
হা হৰি হৰি মোৰ কি কৰিলা গতি ।
অকাৰণে মিথ্যা যুদ্ধ কৰিলো দুৰ্ম্মতি ॥
মোৰ ইটো কৰ্ম্ম নোহে তোমাৰেসে লীলা
আপোনাৰ কাৰ্য্য প্ৰভু আপুনি কৰিলা ॥
তথাপিতো আমাতে মানিলো সিটো দোষ ।
নিজ ভৃত্য বুলি মোক হুয়োক সন্তোষ ॥
তোমাৰ কুখিত আছে যত ইন্দ্ৰগণ ।
সবাৰে পালন কৰ্ত্তা তুমি নাৰায়ণ ॥
অৰুণে চৰণে সত্যে পশিলো শৰণে ।
এহি বুলি বহু স্তুতি কৰিলন্ত মনে ॥

বিবেকৰ ওচৰত
মহামোহৰ প্ৰাৰ্থনা

হেন শুনি যত্নু গুৰু দিলা আশীৰ্ব্বাদ ।
সেহি দিনা হন্তে গৈলা সবাৰে প্ৰমাদ ॥
পাছে মহামোহে বিবেকৰ পাশে গৈলা ।
জ্যেষ্ঠ পিতৃ মানি স্তুতি কৰিবাক লৈলা ॥
হে প্ৰাণ বন্ধু কৃষ্ণ অনাথৰ নাথ ।
কৰোহো কাতৰ চৰণত থৈৱা মাথ ॥
তোমাৰ চৰণে মোৰ নভৈল ভকতি ।
মোহ সাগৰত মজি গৈল্লো অধোগতি ॥
তিনি তাপে তাপ দিয়া শ্ৰুতি হৰুৱাইলা ।
আপোনাকে আত্মা সমে যুদ্ধ আচৰাইলা ॥
তোমাৰে সে কূট নাট কপট প্ৰকৃতি ।
জ্ঞান পথ নাশি ঘোৰ মিলোৱা বিপত্তি ॥
আপোনাৰ গুণে তুষ্ট হুয়ো মোক প্ৰতি ।
জন্মে জন্মে ৰৌক যেন তোমাত ভকতি ॥
ইবাৰ কৰুণা মোক কৰা তুমি স্বামী ।
সসৈন্যে সহিতে ৰাইজ সমৰ্পিলো আমি ॥
আকে জানি কৃপা মোক কৰিতে যুৱাই ।
ইবাৰ পৰিলো পাৱে নেৰিবা গোসাঁই ॥
অপাৰ সংসাৰ পাৰ কৰা যেন কৰি ।
নিৰন্তৰে ইন্দ্ৰগণে বোলা হৰি হৰি ॥ ৫৫৫

ছুলড়ি ॥

পাছে মহাৰাজা বিৱেকৰ পতি
যুদ্ধত ভৈলন্ত জয় ।
মহামোহ ৰাজা ৰণ হাৰি যেৱে
অধোমুখ হুৱাছয় ॥

বিবেকৰ উপদেশ

পৰম কৰুণা বিৱেক নৃপতি
কৃপাৰ যেন সাগৰ।
মোহ নৃপতিক পুনু যি বুলিলা
শুনা তাঙ্ক অনন্তৰ॥
বিৱেক বদতি শুনা ইন্দ্ৰপতি
কহো মঞিঁ তত্ত্বসাৰ।
ব্ৰহ্মা শঙ্কৰত যি বৰ লভিলা
ত্ৰিভুবনে চমৎকাৰ॥
তথাপি কৃষ্ণৰ দাসক জিনিবে
নকৰিবা কিছু আশ।
অষ্ট গুণ তেজি নিৰ্গুণ হৰিত
ভজি হোৱা তান দাস॥
তেবেসে মায়াৰ ভ্ৰমক এৰাইবা
মন হুইবা শুদ্ধাশয়।
শ্ৰৱণ কীৰ্ত্তন কৰি অনুক্ষণে
লভিয়ো ভক্তি অভয়॥
ভকতৰ সঙ্গে থাকি মহাসুখে
মুখে লৈয়া গুণ নাম।
সুদৃঢ় বিশ্বাসে কৰিয়ো ভকতি
তেবে হৈবা পূৰ্ণ কাম॥
বিৱেকৰ হেন বাইক অমৃতত
মোহ হুয়া নৃপবৰ।
মায়া পাশ ছেদি নিৰ্ম্মল ভৈলন্ত
সঙ্গী ভৈলা সৎসঙ্গৰ॥
পূৰ্ব্ব ব্যৱহাৰ তেজি নিৰন্তৰ
হৰি ভক্তি কৈলা সাৰ।

হুয়া নম্র ভাব বিৱেকৰ পাৱে
কৰিলন্ত নমস্কাৰ ॥
নমো নমো পিতৃ আমি তযু ভৃত্য
অজ্ঞানে কৰিলো দোষ।
ভক্তি জ্ঞান দিয়া গুচাই মোহ মায়া
দাসত হুয়ো সন্তোষ ॥
পাপ দ্বাৰে যুক্ত নৰ্কি বাৰাণসী
নগৰে পাতিয়া ৰাজা।
দুসঙ্গ কন্টক কাম ক্রোধ আদি
নৰ্কি ভৈলা সৱে প্রজা ॥
সি সৱে সহিতে মোকে ভক্ত কৰা
বিৱেক নগৰে আনি।
তেবেসে সবাৰো দেহে প্ৰাণে মনে
দাস হৈবো চক্ৰপাণি ॥
হেন অনুগ্রহ কৰা জীৱ আত্মা
পৰমাত্মা শ্ৰুতি হোক।
নকৰা বিফল জন্মৰ সাফল
তযু যশ বিস্তাৰোক ॥
মোহৰ ভক্তিক দেখি বিৱেকৰ
ভৈল আতি মনতুষ্টি।
প্রেমত মৰিল লোতক ঝৰিল
ধৰিলা উঠি সাবটি ॥
দুইক দুই স্নেহে চুম্বন কৰিয়া
এক সাজু হুয়া ৰৈলা।
সৎসঙ্গ নগৰে এক প্রাণ হুয়া
ভকতি শিখাইবে লৈলা ॥ ৫৫৯

## ছবি ॥

শুদ্ধ জীৱ নিগদতি  শুনা মন মহামতি
হৰি ভকতৰ যেন বল।
সৎসঙ্গৰ দুসঙ্গৰ  তুমি আমি মূল ভূত
তাক পুষ্টে কহিব সকল ॥
ঈশ্বৰৰ ইছামতে  দেহ প্ৰাণ বুদ্ধি মন
দশ বায়ু দশেন্দ্ৰিয় সমে।
দশ দিগপাল আদি  চক্ষু কৰ্ণ নাসা মুখে
থানে থানে থৈলা অনুক্ৰমে ॥
অৱলোম প্ৰতিলোম  ভৱবন্ধ অপবৰ্গ
স্বৰ্গ নৰ্ক প্ৰকৃতিৰ কাণ্ডে।
পুৰঞ্জয় লোকপাল  মহামায়া ভূতপাল
সমস্তে আছয় এহি ভাণ্ডে ॥
পাপ পুণ্য ফলে লোক  ভুঞ্জে সুখ পাৱে শোক
সৱে খানি তোমাৰে সে ফলে।
ধৰ্ম্ম পথে চলা যদি  প্ৰাণী হোৱে ব্ৰহ্মবাদী
পাপ কৰা যাইব ৰসাতলে ॥
পাপ কৰ্ম্ম এৰিয়োক  সবে হৰি ভক্ত হৌক
তেৱেসে আমাৰ কৃত্য হুই।
সবাৰো উপৰি গুৰু  আছে বৃক্ষ কল্পতৰু
তাস্তে ভক্তি মাগিবে লাগয় ॥
আউৰ কিবা মোহ তুমি  পুছিবাক বাঞ্ছা কৰা
বুলিয়ো মোহোৰ আগে যত।
ইবাৰ কি শোক মোহ  গুচিল কি নুগুচিল
মোৰ আগে কহিয়ো সমস্ত ॥

যিটো জ্ঞান শুনিছিলা বুঝিলা কি নুবুঝিলা
তুনাই কহো তোমাৰ আগত।

মহামোহ ৰজাৰ পূৰ্ব্বজন্মত দক্ষ প্ৰজাপতি ৰূপে জন্ম

দক্ষ নামে প্ৰজাপতি জীৱ শিৱ বৈৰী হুয়া
মহামোহ ৰাজা ই জন্মত।
যদুবৰ গুৰু বুলি পৰম আত্মা চিনাইলোহো
বিৱেকেসে জীৱ তান অংশ।
মোহমায়া বুলি যিটো প্ৰকৃতিক কহিলোহো
দুসঙ্গ কণ্টক তাহেন বংশ ॥
সৎসঙ্গৰ গোষ্ঠী যত সত্য শৌচ ক্ষমা আদি
আত্মা আত্মা ই মোহোৰ সঙ্গতি।
আত্মা পৰ হুয়া আতি বিৱেকপুৰত থাকি
সৎসঙ্গত কৰয় ভকতি ॥
পাপৰ সঙ্গতি যত মহামোহ আদি কৰি
দিলে যুদ্ধ সৱে সম দল।
ধৰ্ম্মৰ সঙ্গতি ভক্ত বিৱেকে জিনিলে তাক
দেখা কেনে ভকতিৰ বল ॥
হেন হৰি ভকতিৰ মহিমা কহিবো ক'ত
সমস্তে পাপক বিনাশয়।
তোমাকেসে দায়াতৰে বুঝাই কহিলোহো অৰ্থ
ভক্তিৰ পৰম তত্ত্বচয় ॥
শুনিয়োক মন ভাই হেলা আত নুযুৱাই
হৰি পাৱে কৰিয়ো ভকতি।
কাম ক্ৰোধ লোভ মোহ পূৰ্ব্বৰ স্বভাৱ ত্যজি
আৱে তুমি হুয়ো শুদ্ধ মতি ॥
এহিমতে শুদ্ধ জীৱে মনক বুঝাইবে লৈলা
মনেয়ো মানিলা নিৰন্তৰে।

সমস্তে ইন্দ্রিয়গণ জীৱৰ সঙ্গতি ভৈল
ধৰিলন্ত ভকতি কৃষ্ণৰে ॥
মনে জীৱে একে ভৈলা সৎসঙ্গ নগৰে বৈলা
ভৈলা পৰম আত্মাৰ সঙ্গতি ।
আত্মাৰ বিচাৰ ৰস মহামোহ কথা যশ
এহি মানে ভৈলা সমাপতি ॥ ৫৬৪

ছবি ॥

ভণে পুত্র ৰমানন্দ তযু পদ মকৰন্দ
ৰসে ৰতি মন হৌক পূৰ ।
আপদ গ্রস্থত মোক সংসাৰৰ তুলিয়োক
তুমি প্রভু কৃপাৰ ঠাকুৰ ॥
তোমাৰেসে অংশ জীৱ তোমাক ভজিবো বুলি
গর্ভতো কৰিলো নানা স্তুতি ।
যেতিক্ষণে জন্ম ভৈলো স্তন দান পাসৰিলো
তযু মায়াই কৰিলা বিচুর্ত্তি ॥
তযু ভৃত্য মোক্ষ হেতু আপুনি গৰুড় কেতু
নৰ নাটে পাইলা বহু ক্লেশ ।
দুর্জ্জনকো সংহৰিলা নিজ কুল নিস্তাৰিলা
এহি কার্য্যে জন্মি হৃষিকেশ ॥
নমো নমো কৃষ্ণ ৰাম মোৰ যত দোষ কাম
ক্ষমিয়োক করুণাসাগৰ ॥
মোৰ মন দুৰাচাৰ দূৰ দৃষ্টি নেদেখয়
তুমি প্রভু গুণৰ সাগৰ ॥
তযু গুণ মহিমাৰ অনন্তে নপাৰে পাৰ
হেন অর্থ জানিবাক চাওঁ ।

পিতৃ ইষ্ট গুৰু মোৰ কৃপা বিদ্যা বাসিনীৰ
অনুগ্ৰহে অৰ্থক বনাঞোঁ ॥
এহি অপৰাধ ঘোৰ মৰষিবো প্ৰভু মোৰ
কৰোহো প্ৰাৰ্থনি বাৰম্বাৰ ।
হৃদয়ত থাকি তুমি যি কিছু বুদ্ধিৰ গুণে
মোহনাট কৰিলো প্ৰচাৰ ॥
স্থূল সূক্ষ্ম ৰূপে হৰি হৃদয়তে ছদ্ম কৰি
থাকিবা ই যে মুৰ্ত্তি দৰশাই ।
মহামোহ নামে শাস্ত্ৰ বেকত কৰিবে দিলা
শুনি সৱে আনন্দিতে গাই ॥
কিনো কৃপাময় হৰি শঙ্কৰৰ নাম ধৰি
সমস্ত লোকক নিস্তাৰিলা ।
আপোনাৰ স্বধৰ্ম্মক আপুনি বিস্তাৰ হেতু
শ্ৰেষ্ঠ ভক্তি সৎসঙ্গ পাতিলা ॥
ইটো প্ৰকৰণ অৰ্থ চাৰি বেদে কহি আছে
আশী বিধ ভক্তি তাৰ সাৰ ।
তাতো শ্ৰেষ্ঠ নৱ বিধ মধ্যে সাৰ তিনি বিধ
সৎসঙ্গে সবাতো সাৰোদ্ধাৰ ॥
ইটো তত্ত্ব প্ৰসৱৰ শ্ৰুতি জননীসে মুল
কহে শুক সনক নাৰদ ।
সুসুধি সুবুঝে অৰ্থ হৈল জন্ম গৈল ব্যৰ্থ
ঘোৰ নৰ্কে ভুঞ্জিবে প্ৰমাদ ॥
ইহাৰ তত্ত্বক বুজি একান্ত শৰণে ভজি
নিস্তৰিল বলি যে প্ৰহ্লাদ ।
অদ্যাপি সুকীৰ্ত্তি ঘোষে সুচুইলা সংসাৰ দোষে
পাইলা বিষ্ণু পৰম প্ৰসাদ ॥

আকে জানি মঞি মূঢ় মহামোহ নাট গুঢ়
আৰ পদ বৰ্ণাইলো কিঞ্চিত।
চৈধ্যয় ব্ৰহ্মাণ্ড অৰ্থ ভাগৱত পৰমাৰ্থ
একস্থানে দেহাতে বিদিত ॥
ইটো অপৰাধ ঘোৰ মিলৈ অহঙ্কাৰ মোৰ
নজানি সমুদ্ৰে দিলো জাম্প।
এহি দোষ ক্ষমা কৰি উদ্ধাৰিয়ো দেৱ হৰি
তয়ু পাৰে সমৰ্পিলো বাপ ॥
মঞি মহা বুদ্ধি হত নজানো ইহাৰ তত্ত্ব
কোন অৰ্থ কিমতে আছয়।
আপোন কুশল অৰ্থে তথাপি ৰচিয়া চাইলো
সৰ্ব্বদোষ ক্ষমা কৃপাময় ॥ ৫৬৭
নমো ৰাম দামোদৰ বন্দো পদ গোপালৰ
প্ৰণামোহো জয় হৰি দেৱ।
সেৱো দেৱ নিৰঞ্জন নমস্কাৰ কেশ দেৱ
কৃতাঞ্জলি ৰামচন্দ্ৰ দেৱ ॥
প্ৰভুৱতে দামোদৰ নতি কৰো হৰিদেৱ
প্ৰণতিতে প্ৰাণ হৰি দেৱ।
স্তুতি কৰো লক্ষ্মীনাথ পদ্মপাণি পাৰে মাথ
লখিৰাম পদে কৰো সেৱ ॥
মিনতিতে কুশদেৱ ভকতিতে দণ্ডদেৱ
দণ্ডৱতে শ্ৰীশঙ্কৰদেৱ।
কাতুৰ্ব্বাদে মাধদেৱ আশ্বাসতে যদুমণি
প্ৰাৰ্থনা কৰোহো সৱে দেৱ ॥ ৫৭৫

ছুলড়ি ॥

ইসব গুৰুৰে আমাৰ সমন্ধি
স্বভাৱে প্ৰসন্ন হোঞাঁ।
নিজ ভৃত্য বুলি অধম জীৱটি
তাৰিয়া যশস্যা থোঞাঁ ॥
কপটে জপতে আউৰ জন্মে সেৱা
কৰিবাৰ আশ্ম নাই।
কোটি জন্মে তপি মনুষ্য ভৈলোহোঁ
ব্যৰ্থে যাইব কালে পাই ॥
সত্য যুগে ধৰ্ম্ম চতুপাদপূৰ্ণ
ত্ৰেতাত ত্ৰিপাদ ভৈল।
দ্বাপৰ কলিত সিয়ো খীণ হুয়া
হৰি কীৰ্ত্তনত ৰৈল ॥
ধন্য কলি যুগে ভাৰত বৰিষে
ধন্য নৰতনু পাইলো।
মুখে ৰাম নাম গুৰু পূৰ্ণ কাম
নামে ৰিপু আখি খাইলো ॥
ইহাৰ ঔষধ মাগো কৃপাময়
পূৰিয়ো মনৰ কাম।
কহে ৰাম দাস সাধুত বিশ্বাস
মুখে বোলা ৰাম ৰাম ॥ ৫৮০

অন্ত

# শব্দ-সূচী

[ কেইটিমান প্ৰাচীন শব্দৰহে অৰ্থ আৰু মূল দিয়া হল। শব্দৰ কাষত দিয়া সংখ্যাই পৃষ্ঠা সূচাইছে। সং—সংস্কৃত ; প্ৰাঃ—প্ৰাকৃত ; তুঃ—তুলনীয় ]।

উজটি, ৫, ভৰিত পিন্ধা অলঙ্কাৰ বিশেষ।

তুঃ—চম্পাৰ পাকৰি সম আঙুলিৰ পান্তি।
উজটী উজ্জ্বল নখমণি কৰে কান্তি॥ (মাধব কন্দলি)

উজাৰ, ৮৩, উজ্জ্বল।

উদণ্ড, ৪২, শাসন নমনা, নিজৰ ইচ্ছামতে চলা।

একাদশ ইন্দ্রিতত্ত্ব, ১, পঞ্চ জ্ঞানেন্দ্রিয়+পঞ্চ কৰ্ম্মেন্দ্রিয়+মন (উভয়েন্দ্রিয়), চকু, জিভা, নাক, কাণ, ছাল, মুখ, হাত, ভৰি, পায়ু, উপস্থ আৰু মন—এই এঘাৰটা ইন্দ্রিয়ৰ তত্ত্ব। তুঃ—অনাদি পাতন।

কচ্চিত্ত, ১৩, কাচিৎ [ কশ্চিত ]।

কটক, ১৮, সৈন্যবাহিনী, সেনাদল।

কন্টিত, ৫, কটিত (স্বতোনাসিক্যীভবন)।

কণ্ডাৰ, ৮৮, কৰ্ণধাৰ, কাণ্ডাৰী (কণ্ডগাৰী), নাৱৰ গুৰিয়াল।

কন্ধে, ৬৪, স্কন্ধ।

কৰণ্ডিক, ৪০, কৰণি।

কবৈ, ৯৭, কৰে।

কক্ষা, ৬৩, প্রতিজ্ঞা ; স্থান ( Crbit )।

তুঃ—বাৰেক কৰিয়ো ৰক্ষা। গুচিল আম্মাৰ কক্ষা॥ (সভাপৰ্ব্ব)

কাচি, ২২, <কৃত্য।

কাণ্ডে, ১০৭, বিশিষ্ট অৰ্থত কোষ।

কাঢ়ে, ১০০, প্রাঃ কড্ঢই <কৰ্ষতি।

কামজ্বুৰে, ১৮, (শুদ্ধপাঠ)—কাম জ্বৰে।

কামোদ, ৬, কামনা পূৰ্ণ কৰোঁতা ; [ <কামদ ]

তুঃ—ভকত কামদ পাদ-পদ্ম মনোৰম। (শঙ্কৰদেৱ)

কিটাই, ২৪, ডাঙ্কোপ মাৰি ; ফেৰ পাতি ( সং √কিট্ )।

তুঃ—শৰ ঘাৱে দ্বিগুণে কিটাইল দ্বিজবৰ। (মহাভাৰত)

কুখিত, ১০৩, <কুক্ষি।

কুশদেৱ, ১১১, আউনিআটী সত্ৰৰ অধিকাৰ (১৮১৮—মৃত্যু)।

খলিত, ২৪, ২৯, স্খলিত।

খাম, ৯৬, ক্ষয়, বিনাশ।

খেড়ি, ৩৯, ক্রীড়া, খেল-ধেমালি (ক্ষেড়া সিংহনাদে দুবাসদে চ কুটিলে—মেদিনী)।

গৰুড়কেতু, ১০৯, গৰুড়বাহন শ্রীকৃষ্ণ।

গৰাঁইলো, ৬৮, অতিবাহিত কৰিলোঁ।

গহ, ২০, অহঙ্কাৰ, দৰ্প।

গোপ্যানি, ৫৮, গোপনীয়, গুপুত।

ঘালন, ৯৭, হত্যা কৰা, কষ্ট দিয়া অৰ্থত, ( প্রাঃ ঘল্ল )।

চৰ্মড়ি, ৩৮, চৰ্বি, পৃঃ ৪২ চৰ্ম্মাসন, ছালৰ আসন [ চৰবি ]।

চটাআই, ৪১, দুখ দিয়া [ হিন্দী—সতানা ]।

চড়াইল, ২৪, ত্যাগ কৰিলে [ প্রাঃ—ছড্ড ]।

চনে, ৯৫, ছন, ২১, ৫৬ উচ্ছন্ন। তুঃ ৰাক্ষসে সহিতে যজ্ঞ চন্ন কৰি, অনেক ঋষিক খাইলোঁ। ( অৰণ্যকাণ্ড )।

চৰাই, ২৪, অতিক্রম কৰি, বঢ়াই।

চানিয়া, ১০১, আচ্ছাদিত কৰি ; ( √ছদ্ )।

চাৰ, ৭৯, শ্রেষ্ঠ, ডাঙৰ, প্রবল। ( দেশী চাড়ই )।

চুটলিয়া, ৪০, টোপোলা, পৈলা।

চুটি পৰে, ৫৫, বেগেৰে বাহিৰ হয়। ( সং ক্ষিপ্ > প্রাঃ ছুট্ )।

চেঞ্চাই, ৩০, চিএৰে, চেঁচায়।

চৌবিশাদি তত্ত্ব, ৮, মূল প্রকৃতি, মহৎ বা বুদ্ধি, অহঙ্কাৰ, মন, ৰূপ, ৰস, গন্ধ স্পৰ্শ, শব্দ, চকু, জিভা, নাক, কান, ছাল, হাত, ভৰি, মুখ, পায়ু উপস্থ, ক্ষিতি, অপ্, তেজঃ, মৰুৎ আৰু ব্যোম—এই চৌবিশ তত্ত্ব ( সাংখ্য মতে )



ছয় উৰ্ম্মি, ৮৬, কাম ক্ৰোধ, লোভ, মোহ, মদ আৰু মাৎসৰ্য্য বা শোক, মোহ, জৰা, মৃত্যু, ক্ষুধা আৰু পিপাসা।

ছুইবে, ৭, স্পৰ্শ কৰিব। প্ৰাঃ ছিব (স্পৃশ)।

জড়িয়ে, ১০, জৰী, ৰচী, (পাশজৰী)।

জম্বাই, ৪৬, গোট খুৱাই, একেলগ কৰি।

তুঃ—মহেন্দ্ৰ শিখৰে জম্বায়া বসিল লঙ্কাৰ দিশক চায়া। (সুন্দৰাকাণ্ড)

জয় হৰিদেৱ, ১১১, বংশীগোপালদেৱৰ ভতিজাক আৰু গড়মুৰসত্ৰ স্থাপনকৰ্ত্তা।

জ্বলে, ২৬, জ্বলে।

ঝাউক, ৬৯, যাওঁক।

ঝাণ্টে, ১০৩, সোনকালে, শীঘ্ৰে [ <ঝটিতি ]

তুঃ—ঝাণ্টে গুচি যাওঁ আমি আনো বনান্তৰ। (ৰামায়ণ)

ঝাস, ৯৩, ঝাহ, আত্মহত্যা।

ঝিঙ্কৰিল, ৯৩, ঝিকাৰ খাই উঠিল।

জ্যৌতি, ৫, জ্যোতি, পোহৰ।

ঝৰিল, ১০৬, <ক্ষৰতি।

টুটিল, ২৫, কমিল, নষ্ট হল ; (প্ৰাঃ—টুট্টই)।

টোন, ৭১, তুণ, শৰ থোৱা চুঙা।

ঠুকিব, ৮৪, আঘাত কৰিব।

ঠেশ, ২১, ঠেও, ভঙ্গিমা।

তন্মাত্ৰা, ৮৮, শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ—পঞ্চ তন্মাত্ৰ। এই পঞ্চ তন্মাত্ৰই ষোড়শ তত্ত্বৰ অপকৃষ্ট পঞ্চতত্ত্ব। পঞ্চ তন্মাত্ৰ আকাশাদি পঞ্চভূতৰ কাৰণ

তভো, ৯৮, তথাপি।

তৰিলেক, ৭২, নিকটালে, উলিয়ালে।

তাপৰিবে, ১৭, দমাবলৈ, টাপৰিবলৈ।

তিনি তাপময়, ৭৯, আধ্যাত্মিক, আধিদৈবিক আৰু আধিভৌতিক।

তিৰিমিৰি, ২১, চকুত ধৰাকৈ, উজ্জ্বল, চিকমিক।

তুঃ—কাণ্ড পৰি শ্যাম তনু কৰে তিৰিমিৰি।

তুণ্ডে, ৩০, ঠোঁটেৰে।

থৰ, ১০, স্থিৰ।

দত্তদেৱ, ১১১, কুশদেৱৰ পৰবৰ্ত্তী আউনিআটী সত্ৰৰ অধিকাৰ (১৮১৮—১৮৮৬)।

দৰদৰি, ৬০, শীঘ্ৰে, লৰালৰিকৈ।

তুঃ—আকাশৰ পথে গৌৰীনাথ গৈল লৰি।

বিষ্ণুৰ পুৰীক আণ্টাইলেক দৰদৰি॥

দৰ নাই, ৩৫, (শুদ্ধপাঠ) দৰশাই।

দামোদৰ, ১১১, দামোদৰীয়া বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰবৰ্ত্তক (১৪৮৮—১৫৯৮)।

দিগ্‌গজ, ৯৬, ঐৰাবত, পুণ্ডৰীক আদি দিগ্‌ৰক্ষক আঠোটা হাতী।

দুজয়, ৫৮, দ্বিতীয়, দুগুণ, দুটা। (প্ৰাঃ—দুইজ্জ)।

তুঃ—সাত ঘটি গেল হএ দুঅজ পহৰ।

তেঁ না নিল কেহেঁা গোপী দুঅজ বসনে। (শ্ৰীকৃষ্ণ কীৰ্ত্তন)

দুতি, ৩৭, দ্বিতীয়।

দুৰিত, ৪৪, পাপ, দুৰ্গতি, কলুষিত।

দেইস্থ ভাৱ, ৩৫, দ্বেষ ভাৱ।

দোৱাৰি, ৪২, দুৱৰী।

ধিয়ান, ৮৭, ধ্যান।

নএাঁৰি, ৮৪, নোৱাৰি; (ন+পাৰয়তি)।

নপাসৰা, ১২, নেপাহৰা; (ন+স্মৰতি)।

নয়, ২১, ৩৫, নিচিনা, সদৃশ, ধৰণ, নীতি।

নাহিকস্ত, ৬০, নাই।

নিগম বৃক্ষ, ৩, বেদাদি শাস্ত্ৰ। তুঃ—সকল নিগম কল্পতৰু, তাৰ ফল মহাভাগৱত।

নিমজিল, ৭, নিমজ্জিত হ'ল, মগ্ন হ'ল।

নিৰঞ্জন, ১১১, নিৰঞ্জন পাঠক বংশীগোপালদেৱৰ কুকুৰাবাহী সত্ৰৰ পাঠক আছিল। জয়ধ্বজ সিংহই এওঁত শৰণ লৈ আউনিআটী সত্ৰ স্থাপন কৰি অধিকাৰ পদত বহুৱায়।

নিখল, ১৫, ১৯, দুষ্ট, অসাধু, দুৰ্বৃত্ত।

নিহল, ৩০, বন্দীৰ ভৰিত লগোৱা শিকলি [নিগড়]

নৌয়ো শুনা, ৮০, নাই শুনা।

পঞ্চচিহ্ন, ৫, ধ্বজ, বজ্ৰ, যব, অঙ্কুশ আৰু কমল।

পঞ্চ পৰ্ব্বা, ২৩, তম, মোহ, মহামোহ, তামিস্র আৰু অন্ধতা ; "তমো মোহো মহামোহস্তামিস্রশ্চান্ধসংজ্ঞক"—( বিষ্ণুপুৰাণ )।

অজ্ঞান, অহঙ্কাৰ, আসক্তি, বিদ্বেষ আৰু জীৱনাভিলাষ

"অবিদ্যাস্মিতা ৰাগদ্বেষাভিনিবেশাঃ পঞ্চক্লেশাঃ" ( যোগদৰ্শন )।

পঞ্চতত্ব, দেহ, ১, ক্ষিতি, অপ, তেজঃ মৰুৎ, ব্যোম—এই পঞ্চভূত বিশিষ্ট দেহ। স্থূল আৰু সূক্ষ্ম।

পটোৰাৰ, ৯৯, মানুহ বা সৈন্যৰ শাৰী। ( সং পট্টাৰাৰ )।

তু :—ৰাক্ষসেৰো পটোৱাৰে।

থাকে ঢাল ধৰি। ( লঙ্কা কাণ্ড )।

পুৰন্দৰে ভূমিত্ত নমিলা পটোৱাৰে। ( সভা পৰ্ব্ব )।

পদ্মিনী গণে, ৮৫, চাৰিবিধ স্ত্ৰীৰ ভিতৰত সৰ্ব্বোত্তমা স্ত্ৰী। এই তিৰোতাৰ লক্ষণ :—ভবতি কমলনেত্ৰা নাসিকা ক্ষুদ্ৰ ৰন্ধ্ৰা। অবিৰল কুচ যুগ্মা দীৰ্ঘকেশী কৃশাঙ্গী। মৃদু বচন সুশীলা নৃত্যগীতানুৰক্তো। সকল তনু সুবেশা পদ্মিনী পদ্মগন্ধা॥ ( ৰতিমঞ্জৰী )।

পৰাই, ৮৩, প্ৰায়, নিচিনা ( স্বৰ-বিভক্তিৰ হেতু )।

পাঞ্চবাণ, ৬১, মদনৰ পঞ্চবাণ—উন্মাদন, তাপন, শোষণ, সম্মোহন আৰু

পিঙ্গলা বেশ্যায়ো, ৬৪, বিদেহ নগৰত থকা পিঙ্গলা নামৰ বেশ্যা এজনীয়ে দৃঢ় ভক্তিৰ বলত মুক্তি পাইছিল। ( শ্ৰীমদ্ভাগৱত, ১১।৮ )।

পুছিলা, ১৪, সুধিলা, প্ৰশ্ন কৰিলা [ প্ৰাঃ √পুচ্ছ ]

পুৰঞ্জয়, ১০৭, পুৰ বা নগৰ বিজেতা ; পুৰঞ্জয় নামে সূৰ্য্যবংশী ৰাজকোৱঁৰ এজনে ষাড়ৰূপধাৰী ইন্দ্ৰৰ ওপৰত উঠি দৈত্যসকলক নিধন কৰিছিল ; ( বিষ্ণু পুৰাণ )। ভাগৱত পুৰাণ মতে পুৰঞ্জয়ে পশ্চিমফালে থকা দৈত্য সকলৰ নগৰ দখল কৰিছিল।

পেচন্দাৰ, ৫, এবিধ অলঙ্কাৰ।

তুঃ—প্ৰকাশে জিলিমিলি পেচন্দাৰ। ( কীৰ্ত্তন )।

প্ৰতিলোম, ১০৭, বিপৰীত, অসৱৰ্ণ, ভিন্ন জাতি ( বিশেষকৈ বিবাহ সম্বন্ধে )।

প্ৰপঞ্চ, ৯৬, মায়া ( ৰামানুজ ) ; বহিৰ্জগৎ, দৃশ্যমান জগৎ ( শঙ্কৰাচাৰ্য্য )।

প্ৰাৰ্থনি, ১১০, প্ৰাৰ্থনা, নিবেদন।

ফৰমান, ৫৫, আদেশপত্ৰ, আদেশ ( ফাৰ্চী )।

ফুকতি, ৮৭, ( শুদ্ধ পাঠ ) মুকুতি।

বঢ়াই, ১০৩, বড়াই দিয়া, ৩৯, বৃদ্ধি কৰোঁৱা [ প্ৰাঃ—বুড্‌ডঅক ]।

বনাঞ, ১১০, বৰ্ণনা কৰোঁ।

বৰদ, ৪৫, বৰদাতা।

বয়ন, ৬৭, বদন।

বহৈ, ৮৬, বয় ( সং বহতি )।

বাই, ৮০, মেলি, ব্যাদন কৰি।

বাইক, ১০৫, বাক্য।

বাজি, ২৩, আবদ্ধ হৈ, [ <বদ্ধ ]।

বাজে, ৭৪, বাহু।

বাণিজাৰু ১৩, বণিক, [ বণিজ + আৰু + উক ]

বাহুইলক, ৬১, বাহুল্যৰ।

বাত্ৰ, ৪৯, বাৰ, বাৰ গুণকৈ ( বৰ্ণ-বিপৰ্য্যয় )।

বিচাট, ৬০, ইচাট-বিচাট, ব্যাকুল।

বিচেষ্টা, ৪৩, ষড়যন্ত্ৰ, বিৰুদ্ধ আচৰণ।

বিন্থ, ৬৯, ( হব লাগে ) বিন্থমানে।

বিন্থাচাই, ৫৫, ( শুদ্ধ পাঠ ) বিন্থাচয়।

বিন্থাবাসিনী, ১১০, ( শুদ্ধ পাঠ ) বিন্থাবাদিনী ; সৰস্বতী।

বিনাঞ, ৭, [ <বৰ্ণাওঁ ], নিবেদন কৰোঁ।

বিপাক, ৪৪, বিঘিনি, কৰ্ম্মফল, সঙ্কট। জন্ম, আয়ু আৰু ভোগৰূপ তিনি প্ৰকাৰকে বিপাক শব্দৰ দ্বাৰা বুজায়।

বিষৈ, ৬০, বিষয়, সংসাৰ আসক্তি।

বিষ্ঠালেড়, ৮৬, বিষ্ঠাৰ পোক।

বিস্তৰ বিলাপ, ৯১, ( হব লাগে ) বিস্তৰ বিলাপ কৈল।

বিহাইলা, ৫২, বিয়া কৰালা ( বিবাহ + ইল )।

বুড়িল, ৯০, বুৰ গ'ল ( বুড্ড + ইল, ইল )।

বুলন্তে, ২১, বুলোতে, খোজ কাঢ়োতে ; [ প্ৰাঃ বুল—পৰিক্ৰমে ]।

বেকত, ১৫, ব্যক্ত।

বেদ শিৰোমন্ত্ৰ, ১৪, বেদৰ মূলমন্ত্ৰ, ওঙ্কাৰ।

বেসাই, ৮৮, বেহা বেপাৰ কৰি।

বৈগুণ, ৩৭, বিগুণ, বিঘিনি, অন্তৰায় [ সং—বৈগুণ্য ]।

বৈশ্য, ২০, বশ।

বৈষ্টৱ, ৭৪, বৈষ্ণৱ।

বোদ্ধৰূপে, ১৯, বুদ্ধৰূপে, মৌনভাৱে, নিৰ্ব্বাকভাৱে, মাতবোল নকৰাকৈ।

ভৱবন্ধ ১০৭, সংসাৰ বান্ধোন।

ভিড়ি, ১০০, উলটি, বেগাই।

ভুৱনে, ১৫৫, ( শুদ্ধপাঠ ), ভুবন ; ইয়াত তিনি ভুবন মানে স্বৰ্গ, মৰ্ত্ত্য, পাতাল বুজাইছে।

ভৃগুৰ প্ৰহাৰে কৃষ্ণদেৱ নটলিল, ৭১, ভৃগু মুনিয়ে বিষ্ণুৰ হিয়াত গোৰ মৰা সত্বেও বিষ্ণুৱে খং কৰা নাছিল।

ভেটাইল, ৫৩, সাক্ষাত কৰালে ;( √ভেট )।

ভোলে, ৫৭, মোহত ; ( প্ৰাঃ, ভুল্ল )।

ভোসাৰিবে, ৮৩, ভোহাৰি পেলাব।

মজি, ৬৮, মগ্ন বা মুগ্ধ হৈ।

মথা, ৬১, মন্থন কৰা।

মৰ্দ্দন, ২৬, চূৰ্ণ বিচূৰ্ণ।

মল, ২, অজ্ঞান ৰূপ মল বা মলি।

মগ্রঙ্গি, ৯৬, কুসঙ্গক বুজাইছে ; সৎসঙ্গিৰ উপশব্দ।

মহ, ২০, ২৯, মহতালি, গৰ্ব্বভাব ( √মহ )।

মাজি, ৪, মাৰ্জ্জন কৰি ( √মৃজ )।

মাধবদেৱ, ১১১, মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰধান শিষ্য (১৪৮৮-১৫৯৬ )।

মাৰিবাক, ৪৭, ( শুদ্ধপাঠ ) সাৰিবাক।

মিছা, ৫০, ( শুদ্ধপাঠ ) সিঠা।

তুঃ—নাহি তাৰ সিঠা ছাল,
নাছিলেক একো কাল,
স্বৰ্গ মৰ্ত্ত্য পাতাল মধ্যত। ( ভাগৱত )

মুৰক পৰাই, ৭২, নিগনিৰ দৰে [ মুৰপ্ৰায় ]।

যদুবৰ গুৰু, ৮, যদুবংশত ওপজা শ্ৰেষ্ঠ পুৰুষ ; শ্ৰীকৃষ্ণ।

শ্ৰুতি জননী, ১১০, বেদমাতা;

তুঃ—শ্ৰুতি জননীৰ পদ-পদ্ম অনুসৰি। (নামঘোষা)

ষড় ৰস, ৫৪, ছয় ৰস; মিঠা, তিতা, টেঙা, কেহা, জলা আৰু খাৰ।

ষোড়শ বিকাৰ, ৮৮, পঞ্চ মহাভূত আৰু একাদশ ইন্দ্ৰিয়। এই ষোলটি পদাৰ্থ কেবল বিকাৰ অৰ্থাৎ কাৰ্য্য। সাংখ্যবাদী সকলে মূলতঃ পদাৰ্থবিলাকক চাৰি ভাগত ভাগ কৰি এই ষোলটি পদাৰ্থক কেবল কাৰ্য্য বুলি স্বীকাৰ কৰে। এই বিলাক অন্য পদাৰ্থৰ প্ৰতিকাৰণ নহয়। তুঃ—"ষোড়শ-কস্তু বিকাৰঃ"। (সাংখ্যকাৰিকা ৩নং)।

সঙ্কাশ, ৬৯, সদৃশ, নিচিনা।

সক্তে, ৬২, শক্তিত, বলত।

সজা, ৫৭, নিৰ্ম্মিত।

সণুহা, ৬৭, বৰ্ম্ম, কৱচ (সং—সন্নাহ)।

সন্নিত, ৬, সন্নিহিত, সন্নিধি, ওচৰ, কাষ।

সমসৰ, ৬, (সম + সদৃশ), সদৃশ, অনুৰূপ।

তুঃ বোলাহা পুত্ৰক হোক তুমি সমসৰ। (দশম)

সম্বৰ, ৬১, সম্বৰ নামৰ অসুৰ; বাল্যকালত কামদেৱক সম্বৰে হৰণ কৰিছিল।

সৰি, ২২, সদৃশ।

সাঙ্গে পাঙ্গে, ৮৪, সাঙ্গোপাঙ্গে, আগে-গুৰিয়ে তেনেই।

সাঞ্জি, ৪, সাজি, নিৰ্ম্মাণ (স্বতোনাসিক্যীভবন)।

সাৰ, ৩৩, ঘাই, প্ৰধান, শ্ৰেষ্ঠ।

সাস, ৭৬, সাহস, সাহ।

সেম্ভৱে, ৯৩, সম্ভৱে।

স্ৰবি, ১০, স্ৰবণ কৰি, বৰষি।

হৰিদেৱ, ১১১, সম্ভৱতঃ হৰিদেৱী সম্প্ৰদায়ৰ প্ৰবৰ্ত্তক; মানেৰি, বহৰি আদি সত্ৰৰ প্ৰতিষ্ঠাতা।

হেন, ১০০, সেই (প্ৰাঃ হিম্মি)।

হেলা, } ৯, অৱহেলা, মিছাতে, অৱজ্ঞাত।
হেলে, } ৫৬

ক্ষেত্ৰ, ৬৪, ক্ষত্ৰিয়।